# ৰঙহৰ মঙহ

ডিটেক্‌টিভ উপন্যাস

শঙ্কৰ শইকীয়া

ৰচনা ১২ চেপ্তেম্বৰ পৰা ২১ চেপ্তেম্বৰলৈ
১৯৬১

# বণ্ডহৰ মণ্ডহ

ডেকা পুলিচ এচ্-আই গিৰিশ বায়নে কলে, "চোৱা কমলী, এই বাতি খনলৈকে তোমাৰ ইয়াত থকা কিন্তু ভাল হোৱা নাই। মই পুলিচৰ মানুহ, চোৰ-ডকাইতৰ জগত কাৰবাৰ, সিহঁতৰ কোনে কেতিয়া মোৰ পাচ লয় ঠিক নাই।...."

তেওঁৰ কথা শেষ হবলৈ নিদি, কোমল ছোফা খনত বহি হাঁহি হাঁহি এগিলাচ অৰেঞ্জ স্কোৱাছ লৈ খাই থকা কমলিনীয়ে কলে, "ভালহে, চোৰ-ডকাইতৰ পৰা পুলিচে ৰক্ষা নকৰিলে কোনে কৰিব?"

গিৰিশ বায়নে নিজৰ গিলাচটো টিপয় এখনত থৈ জেপৰ পৰা এপেকেট চিগাৰেট উলিয়াই কলে, "অবোপৰি মই দাং-ডবলা মানুহ। মোৰ লগত ঘলি-গজি কৰা দেখিলে মানুহে...."

কমলিনীয়ে আকৌ বাধা দি, আচৰিত হোৱা যেন দেখুৱাই, কৈ উঠিল, "গিৰিশ-দা আপুনি আগতে এবাৰ বিয়া কৰাইছিল? ক'ত আমাকতো এদিনো কোৱা নাই?"

তেওঁ প্ৰথমখিনি ধোঁৱা খৰখেদাকৈ উলিয়াই দি কাঠিটো জোকাৰি নুবুৱাই নুবুৱাই কলে, "কি যে কোৱা, মইনো ক'ত বিয়া কৰাই-ছিলো?"

স্বস্তিৰ নিশ্বাস পেলাই দেখুৱাই তাই কলে, "অ' আপুনি তেনে ভুলতেহে ৰবলা বুলি কৈছে, কব লাগিছিল দঙুৱাহে ?"

গিৰিশ বায়নে হো-হোকৈ হাঁহিবলৈ ধৰিলে। কমলিনীয়েও মিচিক মিচিক হাঁহিছিল। পিচত তাই আকৌ গম্ভীৰ হৈ দেখুৱাই কলে, "ধেমালি নহয় গিৰিশদা। মই সঁচাকৈ ভয় খাই গলো। মানুহে কিবা কোৱালৈও কেৰেপ নকৰি দঙুৱা মানুহৰ ঘৰলৈ আহি আছো একমাত্র আপোনালৈকে আশা কৰি। আপুনিয়েই যদি নিৰাশ কৰে তেন্তে মই কি কৰিম ?"

সেই প্ৰসঙ্গ এৰাই যাবলৈ কিবা সচিত্ৰ আলোচনী এখন টান মাৰি লৈ গিৰিশ বায়নে কলে, "বাৰু যোৱা চোন বদনক কৈ তামোল এখন বিচাৰি আনাগৈ।"

তাই উঠি গিলাচ দুটা লৈ পাকঘৰৰ পিনে গ'ল। এইটো ভাড়াঘৰ কমলিনীহঁতৰে। গিৰিশহঁতৰ পৰিয়ালটো আগতে ইয়াতে আছিল। দেউতাকে অৱসৰ লৈ গুচি যোৱাৰ পিচত নতুনকৈ চাকৰিত সোমোৱা গিৰিশ ইয়াতে ৰৈ গ'ল। গতিকে কমলিনী আৰু তাইৰ ভায়েক-ভনীয়েকহঁতৰ ইয়াত অবাধ গতি ; দুই ঘৰৰ চকোৱাত বাট এটাও আছে। মাক-দেউতাকে গিৰিশৰ ঘৰলৈ অহাত ল'ৰা-ছোৱালীক কেতিয়াও বাধা দিয়া নাই। গিৰিশৰ ওপৰত তেখেতসকলৰ বিশ্বাসো অগাধ।

আৰু এটা কথা : গিৰিশ আৰু কমলিনীৰ মাজত এটা বেলেগ সম্পৰ্ক গঢ়ি উঠাটো মাক-দেউতাক, ভায়েক-ভনীয়েক, আনকি গিৰিশৰ বান্ধনি বদনেও অনুভৱ কৰিছে। মাক-দেউতাকে এই সম্পৰ্কত সুখীয়েই হৈছে, গিৰিশৰ দেউতাকলৈ লিখি উৎসাহো পাইছে, গতিকে বেয়া ভাবিবৰ একো কাৰণ দেখা নাই। তেখেতসকলৰ ইচ্ছা, ল'ৰা-ছোৱালীয়ে যেতিয়াই ইচ্ছা কৰে তেতিয়াই বিয়া পাতি দিব। কমলিনীয়ে এতিয়া তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি আছে।

তাই যেতিয়া এখন প্লেটত তামোল লৈ সোমাই আহিল তেতিয়া

গিৰিশ ৰায়ে এচুকৰ বেৰত আউজি টেলিফোনত কথা পাতি আছিল। কথাৰ সুৰ শুনি তাই গহীন হৈ বৈ গ'ল। গিৰিশে এই দৰে কাৰোবাৰ লগত কথা পাতিছিল, "......ভৰলুৰ ব্ৰিজ পাৰ হৈ যাব লাগে? বেল আলিৰ সিপাৰে—তাৰ মানে শান্তিপুৰত?........হয়.... হয়....মদনমোহন বৰুৱাৰ বাৰান্দাত....... হয় ছাৰ........মোলৈ বৰ নেলাগে, চিপাহী গৈ থাকক, মই মটৰ চাইকেলেৰে যাম।" বিচিত্ৰভাবটো থৈ গহীন হৈ গিৰিশ ৰায়ন কমলিনীৰ ওচৰলৈ আহিল। টেবুলৰ পৰা টুপীটো লৈ পিন্ধি ললে; এঘণ্টা মান আগতে বাহিৰৰ পৰা আহি কমলিনীৰ লগ পাই কথা পাতিছিল, পোচাক খোলাই নাছিল। হাতৰ ঘড়ীটোলৈ এবাৰ চাই চিগাৰেটৰ টুকুৰাটো এছ্-ট্ৰেত হেঁচা মাৰি দি ক'লে, "দহ বাজিবৰ হ'ল কমলী, তুমি ঘৰলৈ যোৱাগৈ। মই আকৌ ওলাই যাব লগা হ'ল।"

তাই লাহেকৈ সুধিলে, "ক'ৰবাত কিবা হৈছে নেকি?"

তেওঁ ক্ষীণ হাঁহি এটা মাৰি কলে, "শান্তিপুৰৰ মদনমোহন বৰুৱাৰ বাৰান্দাত এই অলপ আগতে এটা মৰাশ পোৱা গৈছে।" নিৰৱে প্লেটৰ পৰা তামোল এখন লৈ চূণ খিনি এবাৰ চাই লৈ তেওঁ কলে, "মদনক কৈ যাবা ভাত নাকি খৰলৈ।" তেওঁ ওলাই গ'ল।

ঠাইতে থিয় হৈ থকা কমলিনীয়ে অলপ পিচতে বাহিৰত মটৰ চাইকেল ষ্টাৰ্ট হোৱা শুনিবলৈ পালে। তাই থোপা চকুৰে চুকৰ টেলিফোনটোলৈ চালে; যেন গিৰিশ ৰায়নক আঁতৰাই নিয়া বাবে সেইটোহে দায়ী। বহুত দিনৰ আগতে ব্যৱসায়ী ভাড়াটীয়া একজনে নিজ খৰচত কনেকশ্যন্ কৰাই লৈছিল, অৱশ্যে ঘৰৰ মালিকৰ নামত। তেওঁ উঠি যোৱাৰ পিচত গিৰিশৰ দেউতাকে ফোনটো ৰাখি থলে নিজে ভাড়া দি; এতিয়া পুতেকে ৰাখিছে।

## ২

ইমান ৰাতিও মদনমোহন বৰুৱাৰ ঘৰত বহুত মানুহ গোট খাই আছিল। এল-পেটাৰ্ণৰ ঘৰটোৰ সমুখৰ কোঠাত, তাৰ বাহিৰত আৰু সোঁহাতলৈ থকা বাৰান্দাৰ ওচৰত জুম পাতি পাতি মানুহবোৰ আছিল। ২৫ পাৱাৰ মানৰ দুটা বাল্ব কোঠাটোত আৰু বাৰান্দাত জ্বলি আছিল। গিৰিশ বায়নৰ মটৰ চাইকেল সশব্দে ওচৰ চাপি অহাত সকলো উৎকৰ্ণ হ'ল। 'ভটভটী' খন বাহিৰতে থৈ তেওঁ পদূলিয়েদি সোমাই আহিল।

মদনমোহন বৰুৱা আৰু তেওঁৰ পৰিয়ালটো সমুখৰ কোঠাটোতে মুখ শুকুৱাই, চকু ডাঙৰ ডাঙৰ কৰি বহি বা থিয় হৈ আছিল। বৰুৱা আদবয়সীয়া, নিয়মীয়াকৈ ওখ, চুৰীয়া আৰু মগা কামিজ পিন্ধিছে। চকুৰ পাঁতিবোৰ ওখহা—বোধহয় মদ খায়, বায়নে ভাবিলে। বৰুৱানী শুলা, চকু-মুখ সাধাৰণ। দুজনী গাভৰু জীয়েক আৰু দুটা স্কুলত পঢ়া সৰু ল'ৰাৰে পৰিয়ালটো।

বৰুৱাই নিজৰ চিনাকি দি এছ-আই জনক ভিতৰ পিনেদিয়েই বাহিৰৰ ঘটনাস্থলী বাৰান্দালৈ লৈ গ'ল। লাঠিধাৰী চিপাহী দুজনে ছেলুট দিলে। গিৰিশ বায়নে টুপীটো খুলি হাতত ললে।

পেট পেলাই মৃতদেহটো পৰি আছিল। এজন ডেকা ল'ৰা। পিঠিত এটা আঘাতৰ চিন—হাৱায়ান ছাৰ্টৰ ওপৰত তেজ লাগি আছে। পাতলকৈ বঙচুৱা বেৰনৰ ট্ৰাউজাৰ্ছ পিন্ধা ডেকা জনক বায়নৰ চিনাকি চিনাকি লাগিল। কাষতলিৰ তল পিনে আৰু তেজৰ দাগ—খুবুৱো নিশ্চয় ছুৰী বখা হৈছিল। তেওঁ সুধিলে, "লাচটো কোনোবাই চুইছিল নেকি?" চিপাহী এজনে কলে যে তেওঁলোক অহাৰ পৰা কোনেও চুৱা নাই। মদন বৰুৱাও জনালে যে তেওঁলোকসকলৰ কোনেও একো স্পৰ্শ কৰা নাই। গিৰিশ বায়নে

কান্ধত ধৰি শচৌ লাহেকৈ বুৰাই ওপৰ-মু কৰি দিলে। তেওঁ নিজেই উচাপ খাই উঠিল। আন সকলোৱে ওচৰলৈ আহি ডেকাৰ মুখখন জুমি জুমি চাবলৈ ধৰিলে, কিন্তু কোনো এজনেই তেওঁৰ দৰে উচাপ নেখালে, আনকি স্বয়ং মদনমোহন বৰুৱায়ো। বায়ন অলপ আচৰিত হ'ল। মৃতকৰ বুকুত আৰু দুটা ছুৰীৰ আঘাতৰ চিন।

ডেকাক গিৰিশ বায়নে চিনি পায়—বা পাইছিল। তেওঁৰ এজন সহপাঠী বন্ধু; নাম পদ্মলোচন বৰা। বায়নৰ যিমান দূৰ জনা আছে, পদ্ম বৰাই বিশ্ববিদ্যালয়ত ল পঢ়িছিল, আন কাম একো নাছিল। তেওঁ করুণ ভাৱে বৰাৰ কাতৰ, বিকৃত মুখখনলৈ ভালেমান পৰ চাই থাকিল। আন সকলো মানুহ নিৰৱ। কোনো কোনোৱে পুলিচ কৰ্মচাৰী জনৰ পিনে চাইছিল, তেওঁ কি মন্তব্য দিয়ে বুলি।

নিৰৱ থকাৰ সময়তে গিৰিশ বায়নে ভাবিছিল : ইয়াৰ কোনো মানুহেই পদ্ম বৰাক চিনি নেপায়নে ? বৰুৱায়ো চিনি নেপায়নে ? এই ঘৰৰ লগত পদ্মৰ কিবা সম্বন্ধ নাছিলনে ? বৰুৱাই নিশ্চয় চিনি পাইছে, সেই কাৰণেই মনে মনে আছে।

মানুহবিলাকলৈ চাই তেওঁ সুধিলে, "আপোনালোকৰ কোনোবাই এওঁক চিনি পায়নে ?"

প্ৰথমে কোনেও একো নেমাতিলে। বায়নে আকৌ সোধাত দুই-এজনে কলে যে তেওঁলোকে চিনি নেপায়। কিন্তু বৰুৱাৰ ঘৰৰ ওচৰৰে দুই-এজনে কলে যে তেওঁলোকে মৃতকক মাজে-সময়ে বৰুৱাৰ ঘৰলৈ অহা যেন দেখিছিল, কিন্তু তেওঁনো কোন তেওঁলোকে নেজানে। বায়নৰ প্ৰশ্নৰ উত্তৰত তেওঁলোকে কলে যে মানুহৰ ঘৰলৈতো নানান মানুহেই আহে, গতিকে মৃতকক তেওঁলোকে বিশেষ ভাৱে কেতিয়াও লক্ষ্য কৰা নাছিল। সেই বাবে শচৌ মুচিয়াই দিওঁতেও প্ৰথমে চিনিব পৰা নাছিল, লাহে লাহেহে চিনি পাইছে।

পুলিচে সকলো মানুহকে আঁতৰাই পঠালে। বায়নে চিপাহী দুজনক ৰখাই থৈ মদন বৰুৱাক লৈ বাহিৰেদি আহি সমুখৰ কোঠা-

চৌত ৰহিলহি। তাত তেতিয়া কোনো নাছিল। দুয়ো ওচৰা-ওচৰিকৈ দুখন চকিত বহিল।

ৰায়নে সুধিলে, “বৰুৱা, আপুনি মানুহ জনক চিনি পায় নহয়নে?”

বৰুৱাই সাৱধানে কলে, “হয়।”

“আপোনালোকৰ লগত পদ্মলোচনৰ কি সম্বন্ধ কওকচোন।”

মদন বৰুৱাই একে সাৱধান সুৰতে কলে, “আমাৰ লগত তেনেকৈ তেওঁৰ বিশেষ সম্বন্ধ একো নাই। এনেয়ে চিনাকি আৰু। মাজে-সময়ে আমাৰ ঘৰলৈ আহি থাকে। কেনেকৈ চিনাকী হৈছিল মোৰ ভালদৰে মনত মনত নাই। মোৰ সৰু জনী ছোৱালী মিনু—মিনতিৰ লগত প্ৰথমে বোধহয় ইয়ালৈ আহে। তাই কলেজত পঢ়ে, তাতে কেনেবাকৈ চিনাকী। পদ্মৰ দেউতাকৰ সৈতে অৱশ্যে আমাৰ ভাল পৰিচয় আছিল। তেওঁ এতিয়া ঢুকাল। দেউতাকৰ পৰিচয় দিয়াত আমিও ভাল পালো—মাজে-মাজে আহি থাকিবলৈ কলো—অৱশ্যে ভদ্ৰতাৰ খাতিৰত। তেওঁ আহি থকাত ঘৰ খনৰ লগত আপোন হৈয়েই পৰিছিল। মই জনাত দেউতাকে ভালেমান সা-সম্পত্তি কৰি থৈ গৈছে। কলিকতাত পঢ়া ভায়েক এটাৰ বাহিৰে পদ্মৰ কোনো নাই। পদ্মই ইয়াতে ল পঢ়িছিল। তেওঁলোকৰ ঘৰ চেনিকুঠী ছিলছাইদত, বোধহয় অলপ পাহৰুৱা ঠাইত। লগত বুঢ়া খুৰাক জন থাকে বুলি কৈছিল। খুৰাকক মই চিনি নেপাওঁ।”

গিৰিশ ৰায়নে সুধিলে, “পদ্ম ৰবা আপোনালোকৰ ঘৰলৈ আজি আহিছিলনে?”

“আজি—নাই অহা।”

“বাৰু কওকচোন সাচটো আপোনালোকে কোনে কেনেকৈ প্ৰথমে দেখিবলৈ পালে।”

অলপ ভাবি লৈ মদন বৰুৱাই কলে, “আমি গোটেইবোৰে

আজি চিনেমা চাবলৈ গৈছিলো। ঘৰত কোনো নাছিল। ঘৰটো আন কালৰ দৰে তলা মাৰি থৈ গৈছিলো। ন বজাৰ পিচতে আমি বিজ্ঞাৰে উলটি আহো। তলা এইটো কোঠাতে মৰা হয়। এই পিনেদি সকলোৱে ঘৰ সোমাওঁ। সেই বাৰান্দাৰ লাইট জলাই মোৰ ডাঙৰ জনী ছোৱালী—তাইৰ নাম শীলা—মানে সুশীলা—তাই ওলাই আহিছিল। তায়েই প্ৰথমে ভেড বডীটো দেখি চিঞৰ মাৰি উঠে। তেতিয়া আমি আটায়ে ওচৰ চাপি যাওঁ।....তাৰ পিছত থানাত খবৰ দিওঁ।"

ৰায়নে হঠাৎ সুধিলে, "আপোনালোকে কোনটো হলত চিনেমা চাবলৈ গৈছিল?"

"বিজুলী।"

"চাওঁ টিকেটৰ কাউণ্টাৰফইল কেইটা আনকচোন।"

মদন মোহন বৰুৱা অলপ যেন চক খাই উঠিল। আচৰিত হৈ পুলিচ বিষয়া জনৰ ফালে চাই থাকিল। গিৰিশ ৰায়নেও কঠোৰ ভাৱে তেওঁৰ চকুলৈকে চাই আছিল। সেই দৃষ্টি সহিব নোৱাৰি বৰুৱা লাহেকৈ উঠি ভিতৰলৈ গ'ল। উলটি আহোতে ভালেমান পৰ লাগিল, ভিতৰত বিচৰা-বিচৰি আৰু নিম্ন স্বৰত কথা পতাও শুনা গ'ল। প্ৰায় দহ মিনিটৰ পিচত অপৰাধৰ হাঁহি মাৰি বৰুৱা ওলাই আহিল।

"আছে, মিনুৱে—মিনতিয়ে, মানে মোৰ সৰু ছোৱালী জনীয়ে তাইৰ বেগত সুমুৱাই থৈছিল। এইয়া লওক।" এই বুলি বৰুৱাই টিকেটৰ টুকুৰাৰ জাপটো ৰায়নৰ হাতত দিলে।

তাচ পাত মেলাদি টুকুৰা কেইটা মেলি চাই ৰায়নে নিজকে কোৱাৰ দৰে কলে,—"আপোনাৰ পৰিয়ালত ছজন মানুহ। আজি গধূলি আটাই কেজনে বিজুলীত চিনেমা চাবলৈ গৈছিল। কিন্তু টিকট আছে পাঁচ খন।"

বৰুৱাই অপৰাধী হাঁহিটো হেঃ হেঃ কৈ মাৰি কলে, "মই

তাকেই কব খুজিছিলো। মই চিনেমা চোৱা নাছিলো। এওঁলোকক টিকেট কাটি দি মই আন একালেহে গৈছিলো।"

"আপুনি কলৈ গৈছিল ?"

"মই বন্ধু এজনৰ ঘৰত বহি আছিলোগৈ।"

"আপোনাৰ বন্ধুৰ নাম আৰু ঠিকনা কওক।"

বায়নে নোট বুকত নিজৰ কলমেৰে দুই-এটা কথা লিখিও গৈছিল। বৰুৱাৰ উত্তৰ পোৱাত পলম হোৱাত তেওঁও বৈ আছিল। অৱশেষত বৰুৱাই ক্ষোভেৰে কোৱাৰ দৰে কলে,—"তেখেতৰ নাম ঘনশ্যাম কটকী, ক'টত মোৰ লগতে কাম কৰে, থাকে লাখটকীয়া ৰোডত, হৰিসভাৰ অলপ দক্ষিণলৈ। নিজা ঘৰ আছে।"

টিকেট কেডোখৰ ওভতাই দি বায়নে নোট বুক আৰু কলম [redacted]মৰি পকেটত থলে। তাৰ পিচত বন্ধুত্বসূচক হাঁহি এটা মাৰি কলে, "আপোনাৰ ঘৰটো অলপ মোক চাবলৈ দিবনে ? কিবা সন্দেহজনক বস্তু পাওঁ নেকি চাব খুজিছো।"

বৰুৱাই আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। অলপ খঙেৰেই সুধিলে, "তাৰ মানে আপুনি আমাকেই সন্দেহ কৰিছে ? পদ্মক আমি হত্যা কৰিলো ?"

বৰুৱাৰ মুখৰ পৰা মনৰ গোন্ধ এইবাৰ বায়নে ভালদৰেই পালে। তেওঁ হাঁহি মাৰি কলে, "নহয় ডাঙৰীয়া, আপোনালোক ঘৰত কোনো নাছিল, হত্যাকাৰীয়ে বুধি কৰি আপোনালোকক বিপদত পেলাবৰ মনেৰে অস্ত্ৰ-শস্ত্ৰ ভিতৰলৈ কেনেবাকৈ সৰকাই থৈ যাবওতো পাৰে ?"

বৰুৱাই কলে, "ভিতৰত আমি একো বস্তু দেখা নাই। ভিতৰলৈ তেনেকৈ একো বস্তু পেলাবও নোৱাৰি। আৰু ঠিক মতে ছাৰ্চ ওৱাৰেণ্ট নহলে মই মোৰ ঘৰ খানা-তালাচ কৰিবলৈ নিদিওঁ।"

গিৰিশ বায়নে থিৰ হৈ হাঁহি হাঁহিয়েই কলে, "বাৰু বাৰু, আপোনাৰ আপত্তি আছে যদি কোনো কথা নাই। মই বাহিৰ ফালকে

এবাৰ চাই যাওঁ। আহক।" দুয়ো বাহিৰলৈ আহিল। আহি থাকোতে বায়নে সুধিলে, "আপুনি আপোনাৰ ল'ৰা-ছোৱালীবিলাকক আকৌ চিনেমা হলৰ পৰা লৈ আহিলগৈ নেকি ?"

"হয়। ছবি শেষ হোৱাৰ অলপ আগতে গৈ মই বাহিৰত বৈ আছিলো।"

বায়নে চিপাহী কেজনক বাহিৰ খনতে অলপ বিচাৰ-খোচাৰ কৰি চাবলৈ লগাই দিলে; তেওঁৰ শক্তিশালী টৰ্চটোও সিহঁতক দিলে। তেওঁ নিজে মৃতদেহটো পুনৰ ভালদৰে চাবলৈ ধৰিলে। ওচৰত বহি, কেতিয়াবা ঘূৰি ঘূৰি ভালেখান পৰ পৰীক্ষা কৰি তেওঁ কলে, "বৰুৱা, পদ্মক কোনোবাই হত্যা কৰি আনি ইয়াত থৈ গৈছেহি। আপোনাৰ ঘৰত নিশ্চয় কোনেও এই কাণ্ড কৰা নাই। ইয়াতে হত্যা কৰা হলে তেজৰ চিন আন ধৰণৰ হ'লহেঁতেন।"

"নিশ্চয়", বৰুৱাই টপৰাই কলে, "সেইটোৱেই হব। এতিয়া কোন কুকুৰে মোক বিপদত পেলাব খুজিছে সেইটোহে কথা।"

"আততায়ীক বিচাৰি উলিয়াবই লাগিব। আপুনি চিন্তা নকৰিব, সি ধৰা পৰিবই।" গিৰিশ বায়নে হাত দুখন জোকাৰি থিয় হৈ এটা চিগাৰেট জ্বলালে। চিপাহী কেজনে আহি জনালে যে ওচৰে-পাজৰে সিহঁতে একো বিচাৰি নেপালে, খুনীয়ে বুজিবে কাম কৰিছে, সন্দেহজনক একো এৰি যোৱা নাই।

বায়নে কলে, "তোমালোক ইয়াতে থাকা। মই থানাৰ পৰা গাড়ী পঠিয়াই দিম। লাচ হস্পিটেলত লৈ যাবা। মই যাওঁতে চব ঠিক কৰি যাম।"

তেওঁ আজিৰ দিনে খোজ ললে। লগে লগে আহি বৰুৱাই নকম সুৰত কলে, "ছাৰ আপুনি যেন নেপাৰ। ইচ্ছা কৰে যদি মোৰ ঘৰটো এবাৰ চাই যাব পাৰে। মোৰ কোনো আপত্তি নাই।"

বায়নে হাঁহি কলে, "ধন্যবাদ বৰুৱা। আপোনাৰ কম মই

নেচালেও হব। দৰকাৰ হলে বাকী পিচত দেখা যাব। সন্দেহ-জনক কিবা পালে আমালৈ খৈ দিব। নমস্কাৰ।"

৩

তেতিয়া ৰাতি বাৰ বাজিবৰ হৈছিল। গিৰিশ বায়নে মটৰ চাইকেল চলাই উজান বজাৰ পাৰ হৈ গ'ল। যোৰ পুখুৰী পাৰৰ নিজৰ ঘৰলৈ নগল। তেওঁ গৈ ভেটেৰিনেৰি কলেজৰ বাওঁ ফালৰ বাটটোৰেদি মটৰ চাইকেল চলাই দিলে। বাটৰ দাঁতিতে থকা ঘৰ এটাৰ ওচৰত তেওঁ নামিল। মেচিনটো বন্ধ কৰি ঠেলি ঠেলি ঘৰৰ বাৰান্দাত তুলিলেগৈ। সমুখৰ কোঠাটোৰ দুৱাৰত চকিয়াই চকিয়াই বাতিৰলৈ খৰিলে, "সুৰেন, এই সুৰেন, সুৰেন, উঠ চোন, মই গিৰিশ, সুৰেন।"

বাৰান্দাৰ বাল্বটো জলি উঠিল। গিৰিশ বায়নে পোহৰত ওলাই পৰা বাহিৰখন এবাৰ চাই ললে। দুৱাৰ খন খুলি চকু মোহাৰি মোহাৰি পায়জামা-গেঞ্জি পিন্ধা ডেকা এজনে ভুমুকি মাৰি চালে। অবাক হৈ তেওঁ কলে, "গিৰিশ, তই ইমান ৰাতি ?"

"লাইটটো নুমাই দে সুৰেন। তই পাইজামা পিন্ধি আছ, ভালেই হৈছে। কামিজ এটা পিন্ধি ল চোন। পদ্মলোচন বৰাৰ ঘৰটো দেখিছ নহয় ? আহ মোক দেখুৱাই দিবি।"

সুৰেন ডেকাই লাইটটো নুমুৱাই দিলে। বায়নে মটৰ চাইকেল খন ঠেলি কোঠাটোৰ ভিতৰলৈ নিলে ; তাৰ পিচত টৰ্চ মাৰি বন্ধুক কামিজ পিন্ধাত সহায় কৰিলে। সুৰেন ডেকাই সুধিলে, "পদ্মৰ ঘৰটো এই ৰাতিখন তোক কেলৈ ? কি হৈছে ?"

"বাটত কম আহ। ভিনিহিয়েৰে সাৰ পালে বেয়া পাব। জেহি কথা নকবি।" দুৱাৰত তলা লগাই দুয়ো ওলাই আহিল।

পাহাৰৰ ওপৰলৈ যোৱা বাটটোৱেদি গৈ থাকোঁতে বন্ধুক বায়নে ঘটনাটো চমুকৈ কলে। ডেকাই ভয় খাই কলে, "থেৎ মোক তই কলৈ আনিছ? কিবা বিপদ ঘটে যদি?"

"তই সকলো পৰা ভয়াতুৰ। এতিয়া তিনিহিতেৰৰ ছত্ৰছায়াত থাকিও একেই হৈ আছ—বা বেয়াহে হৈছ বেছি। মই আছো আৰু, মোৰ হাতত বিভলভাৰ এটাও আছে।"

দুয়ো এটা টিলালৈ ভালেখিনি খিয়, মাজে মাজে খাপ কটা বাট এটাইদি উঠি যাবলৈ ধৰিলে। ওপৰত এটা ডাঙৰ ঘৰ আছে বুলি অনুমান কৰিব পাৰি। দুয়ো মনে মনে গৈ ওচৰ পালেগৈ। ওপৰখন এৰিবাতকৈও কিছু বেছি মাটিৰ সমতল। দক্ষিণ-পশ্চিমলৈ মুখ কৰি থকা ই-পেটাৰ্ণৰ ঘৰটো বেছ ডাঙৰ। ঘৰটো আন্ধাৰ, কতো লাইট জলাৰ চিন নাই। কিন্তু চকুৰ দৃষ্টি আন্ধাৰৰ মৈতে অভ্যস্ত হোৱাত তেওঁলোকে ঘৰটো বেছ ভালকৈয়ে মণিব পাৰিলে। সন্মুখৰ বাঁহনিখনতে দুয়ো কিছু সময় ৰ'ল। আৰু পিছত বায়নে ফুচফুচাই কলে, "পাচ ফালটো এবাৰ চাই লওঁ আহ।"

"কিয়?"

"এনেয়ে অ'। এই অকলশৰীয়া ঘৰটোতনো বুঢ়াটো কেনেকৈ আছে তাকেহে ভাবিছো।"

"পদ্ম আছিল নহয়?"

"অৱশ্যে।"

দুয়ো লাহে লাহে সোঁহাতেদি পাচ ফাললৈ গ'ল। পাচে লগা পাকঘৰটো দেখিলে। হঠাৎ পিৰিশ বায়নে বাওঁহাতেৰে সুৰেন ডেকাক বখাই সোঁহাতেৰে টৰ্চটো জলাই দিলে: পাকঘৰৰ বেৰৰ পৰা [illegible] এটা জাপ মাৰি পৰি ওচৰৰ জাৰ্মান বননিখনলৈ লৰ মাৰিলে। দুই বন্ধুৱে স্পষ্টভাবে দেখিলে পাতে মাত্ৰ খাকী হাফপেণ্ট পিন্ধা মানুহটো দৌৰি গৈ দুঃসাহসীয়া বাটটোত নেদেখা হৈ গ'ল। সুৰেন ডেকাৰ মুখ শুকাই গ'ল।

কিন্তু বায়নে বাওঁহাতত টৰ্চটো লৈ সোঁহাতেৰে ৰিভলভাৰটো উলিয়াই লৈ আগ বাঢ়ি ক'লে, "মোৰ পাচে পাচে আহি থাক সুৰেন। ভয় নকৰিবি , হলে মোৰহে আগতে কিবা হব।"

লাইটৰ পোহৰক অনুসৰণ কৰি কৰি দুয়ো অকোৰা-পকোৰা লুংলুঙীয়া বাটটোৰেদি কিছু দূৰ আগুৱাই গ'ল। কিন্তু কাকো কতো নেদেখি বায়নে সুধিলে, "এই বাটটো কলৈ গৈছে সুৰেন?"

"এই পিনে গৈ গৈ হেপীভিলা আৰু খাৰঘুলি ওলাবলৈ পাৰি। কিন্তু ঠিক বাট নহয়, নলা, চোতাল আদি পাৰ হৈ যাব লাগে।"

"বাৰু ব'ল উভতি যাওঁ। বুঢ়াকে চাওঁগৈ।"

দুয়ো উভতিল।

ডেকাই সুধিলে, "বুঢ়াৰ তালৈ কিয় যাব?"

"ভতিজাক বৰাৰ খবৰটো দিওঁ। লাচটোৰ প'ষ্ট মৰ্টেম কৰিবতো, তাৰ আগতে বুঢ়াই চাই লওক।"

দুয়ো দুৱাৰ মুখত থিয় হ'লগৈ। বায়নে দুৱাৰত চকিয়াই চকিয়াই চিঞৰিবলৈ ধৰিলে। অলপ পিচত ভিতৰত "কোন" বুলি কোনোবাই মতা শুনা গ'ল আৰু লাইট জলাও দেখা গ'ল। গাত এড়ি চাদৰ লোৱা বুঢ়া মানুহ এজনে দুৱাৰ খুলি দিলে।

জীৱেশ্বৰ বৰা বেছ ওখ-পাখ মানুহ। বৰণত ক'লা, মূৰটো পকা চুলিৰে বগা হৈ উঠিছে। দাঁত কিন্তু সৰা নাই। গাটোও আটিলেই হৈ আছে। বাৰ্দ্ধক্যৰ বাবে চকুৰ পতাবোৰ উলমি পৰিব ধৰিছে।

তেওঁ অবাক হৈ গিৰিশ বায়নলৈ চাই থাকিল। বায়নে হাঁহি কলে, "মোৰ নেপাৰ, মাজনিশা আমনি দিবলৈ আহিলো। আপুনি-য়েই পদ্মলোচন বৰাৰ খুৰাদেউৰেক নহয়নে?"

"হয় বোপা।" বৰাৰ মাতটো কঁপকঁপীয়া কিন্তু সংযত।

"পদ্ম বৰাৰ কথা কৈ আহি আছিলো। ভিতৰত কন্তেক বহিব পাৰিমনে?"

"নিশ্চয় পাৰিবা। আহা, আহা।"

বুঢ়াৰ পাছে পাছে দুই বন্ধু সোমাই গ'ল। সেইটো সুসজ্জিত ড্ৰয়িং ৰুম। স্প্ৰিং-দিয়া ছোফা ছেট, দামী কাৰ্পেট, ভাঁজ পৰ্দা আদি আচবাব-পত্ৰ দেখিলেই গৃহস্থৰ স্বচ্ছলতা বুজিব পাৰি। গিৰিশ ৰায়ন আৰু সুৰেন ডেকা এখন ছোফাত বহিল। জীৱেশ্বৰ বৰাই ওচৰতে এখন চকিত বহি তেওঁলোককৈ প্ৰশ্নসূচক দৃষ্টিৰে চালে।

ৰায়নে কলে, "আপোনাৰ ভতিজাক এতিয়া ক'ত আপুনি কব পাৰেনে?"

"নাজানো, কিয়? তাৰ ঘৰলৈ অহা সময়ৰ একো ঠিক নাই। কোনোবা দিনা কেতিয়া আহে মই কবই নোৱাৰোঁ।—ছাৰভেণ্টে দুৱাৰ খুলি দিয়ে।"

"আজি গধূলি বা আবেলি কিমান পৰত তেওঁ ওলাই গৈছিল?"

"আন্ধাৰ হওঁ হওঁ হওঁতেই গৈছিল কিজানি।"

গিৰিশ ৰায়নে একেথৰে বুঢ়ালৈ চাই আছিল। জীৱেশ্বৰ বৰাই সুধিলে, "কিয়, কিবা হৈছে নেকি?"

ৰায়নে কলে, "শান্তিপুৰৰ মদনমোহন বৰুৱাৰ ঘৰৰ বাৰান্দাত আজি ৰাতি ন মান বজাত এটা ডেড-বডী পোৱা গৈছে। সেইটো পদ্মলোচন বৰাৰ।"

বুঢ়াৰ গাটো দাং খাই আহিল। "কি কলা?" তেওঁৰ মাতটো লক হৈ গ'ল।

"হয়, আপোনাৰ ভতিজাকক কোনোবাই হত্যা কৰি তাত পেলাই থৈছিল।"

বুঢ়া থৰক-বৰককৈ উঠিল। "কি কৈছা তোমালোকে?" তেওঁ আকৌ বহি পৰিল। সেপ টানি দুই বন্ধুলৈ চাই কলে, "পদ্মক কোনোবাই হত্যা কৰিলে? মই এতিয়া কি কৰিম? সি ক'ত আছে? ইচ ইচ ইচ।" বুঢ়া আকৌ উঠিল।

ডাক্তৰ সুৰেনে সহ্য কৰিব নোৱাৰি অনুৰোধ কৰিলে। ৰায়নে

সংযতভাৱে কলে, "আপুনি বহক। অধৈৰ্য্য নহব। মই এছ্-আই গিৰিশ বায়ন। কেছটোৰ মযেই তদন্ত কৰিছো। ডেড্-বডীটো এতিয়া হস্পিটেলত আছে। আপুনি ইচ্ছা কৰিলে চাই আহিবগৈ পাৰে। কাইলৈ সুবিধা নেপাবও পাৰে, কাৰণ প'ষ্ট মৰ্টেম হৈ যাব।"

বুঢ়া আকৌ বহিল। তেওঁ একেখৰে সমুখলৈ চাই থাকিল। কিছু সময় কাৰো মুখত মাত-বোল নাই। বুঢ়াৰ ওঁঠ দুটা কঁপিছিল। শেষত বায়নে মাত লগালে, "ডাঙৰীয়া।"

"মই যাম বোপা। এতিয়াই বাছাক এবাৰ চাই আহোগৈ। তোমালোকে মাত্ৰ মোক অলপ ধৰি তললৈ নৈ ব'লা। তলত আমাৰ গাড়ী আছে।"

বুঢ়া আকৌ উঠিল। দুই বন্ধুও উঠিল। বায়নে সুধিলে, "ঘৰত আৰু কোন আছে?"

"মাত্ৰ ছাৰভেণ্ট এটা আছে। আহা তাক জগাওঁগৈ। সি দুৱাৰ জপাই থব। তাক একো নকবা, মিছাকৈ ভয় খাব। পিচত মই কম।"

জীৱেশ্বৰ বৰাৰ পাচে পাচে গৈ বায়ন আৰু ডেকাই এটা শোৱা কোঠা পাৰ হৈ গ'ল। তাৰ পিচত ভিতৰ পিনৰ বাৰান্দা ওলালগৈ। দীঘল বাৰান্দাখনৰ সিমূৰে বন্ধ কোঠা এটাৰ সমুখত ৰৈ বুঢ়াই দুৱাৰত চকিয়াই মাতিলে, "এই ধনীৰাম, ধনীৰাম, উঠচোন।"

দুৱাৰ খুলি, চকু মোহাৰি ধনীৰাম ওলাই আহিল। মানুহটো ভৰ ডেকা বয়সৰ, বাহনত অলপ বেছি যেন লাগে, মিঠা বৰণীয়া, মুখখনো মৰম লগা, মাত্ৰ চকু দুটাহে ক্ৰূৰ যেন লাগে, বঙা পৰাও। পিন্ধনত আঠুৰ তললৈ পৰা এখন চুৰিয়া আৰু এটা মলিয়ন গেঞ্জি। সি অবাক হৈ ইকিজনলৈ চালে। বুঢ়াই কলে, "চাওঁ ওলাই আহ। মই এতিয়া একালে যাম। তই দুৱাৰবোৰ মাৰি ধৰি আৰু বাহিৰৰ কোঠাটোতে শুই থাকিবি।"

ধনীৰাম ওলাই আহিল। সকলোৱে উলটি খোজ ললে। হঠাৎ গিৰিশ বায়নে ধনীৰামৰ কোঠাটোৰ ভিতৰলৈ মূৰটো সুমুৱাই দি লাইট মাৰি চাই কলে, "তুমি বৰ ডাঙৰ কোঠাটো পাইছাহে হেৰি, কি নাম তোমাৰ ?"

"নি—নি—ধনীৰাম দেউতা।"

বায়নৰ কথাত বাকী সকলোৱে উলটি চাইছিল। তেওঁ দুৱাৰখন টান মাৰি থৈ আহি তেওঁলোকৰ লগ ললেহি। ঘৰৰ মাজেদি আকৌ গৈ যেতিয়া সকলোটি বাহিৰ ওলালগৈ তেতিয়া দুৱাৰ ডলিত বৈ যোৱা ধনীৰামলৈ চাই ভীৰেশ্বৰ বৰাই কলে, "মই গাড়ী লৈ যাম। সোনকালেই আহিম। ঘৰটো ভালকৈ চাবি।"

তেওঁলোক চোতাল পাৰ হৈ লাহে লাহে নামি যাবলৈ ধৰিলে। ধনীৰামে দুৱাৰ বন্ধ কৰাৰ শব্দ কাণত পৰিলত বায়নে সুধিলে, "ধনীৰাম খোনা নেকি বৰা ডাঙৰীয়া ?"

অলপ হাঁহি বুঢ়াই কলে, "নহয় খোপা, পুলিচৰ মানুহ দেখি ভয় খাইছে।"

"অ' " বুলি বায়ন মনে মনে থাকিল। যেতিয়া আলিবাট পালেগৈ তেতিয়া বায়নে কলে, "আপোনালোকৰ ঘৰটো এচুকীয়া, অকলশৰীয়া। চোৰ-চাবিলৈ ভয় নেলাগেনে ?"

বুঢ়াই কলে, "ঈশ্বৰৰ কৃপাত আজিলৈকে একো অঘটন ঘটা নাই খোপা।"

বায়নে কলে, "অলপ আগতে আমি আপোনাৰ ঘৰত উপস্থিত হওঁতে কোনোবা এটা হাফ্‌পেণ্ট পিন্ধা মানুহ পাকঘৰৰ পিলৰ পৰা ওলাই গাউৎ কৰে হাবিয়নি ভৰাত লোহোৱা হৈ গ'ল। আমি অলপ বিচাৰি চালো, পিচে নেপালো।"

উচুটি খাই পৰিব খোজা বুঢ়াক ওচৰত থকা সুৰেন তেকাই সাৱটি মাৰি ধৰি ৰাখিলে। বুঢ়াই কলে, "হয় নেকি ? বৰ আচৰিত কথা! চোৰ যদি হয় তেন্তে এই প্ৰথম শুনিলো। কোনো চোৰ

অৱশ্যে আমাৰ ঘৰত সহজে সোমাব নোৱাৰে। তথাপি এতিয়াৰ পৰা সাৱধান হব লাগিব।"

আলিৰ দাঁতিতে থকা গেৰেজটো তেওঁলোকে পালেগৈ। লগা-লগি এটা কোঠাত ড্ৰাইভাৰ থাকে। তাক জগাই বুঢ়াই চমুকৈ পৰিস্থিতি বুজাই দি গাড়ী উলিয়াবলৈ কলে। তেওঁ বায়নকো লগ লৈছিল। বায়নে কলে যে তেওঁৰ মটৰ চাইকেল আছে আৰু সুৰেন ডেকাৰ ঘৰ ইয়াতে। বুঢ়া গাড়ীত উঠিলত বায়নে কলে, "আৱশ্যক বোধ কৰিলে আপুনি থানাৰ পৰা চিপাহী দুজন খুজি আনিব পাৰে।"

বুঢ়াই ধন্যবাদ জনাই বিদায় ললে।

দুই বন্ধুৱে কথা পাতি পাতি নামি যাবলৈ ধৰিলে। সুৰেন ডেকাই সুধিলে, "তই চব মানুহকে চোৱা কৰ নেকি অ'?"

বন্দুক এটা চিগাৰেট দি গিৰিশ বায়নে কলে, "মই ভাবিছিলো তই কেৱল ভয়াতুৰহে। পিচে বুদ্ধিও আছে দেখিছো। কিয় সুধিলি?"

"চোৰৰ কথাটো শেষলৈকে কোৱা নাছিলি। ধনীৰামৰ কোঠা-টোত ভুমুকি মাৰি কিবা চাইছিলি। তাৰ মানে তই নিশ্চয় কিবা সন্দেহ কৰিছ।"

"তই ঠিক ধৰিছ। সঁচা কথা কবলৈ হলে এনেকুৱা বিষয়ত মই যাকে-তাকে সন্দেহ কৰো। লাহে লাহে সন্দেহবোৰ দূৰ কৰি আচল দোষীৰ ওচৰ চাপিব খোজো। ....বাকু বাদ দে সেইবোৰ। ক চোন পদ্মৰ বিষয়ে তই কি জান।"

ডেকাই কলে, "মই কি জানিম?"

"এনেই ক। তোক সন্দেহ কৰা নাই দে!"

"নহয়, তাৰ লগত তয়ো পঢ়িছিলি. মস্তো পঢ়িছিলো। তই যিমান জান, মস্তো সিমানেই জানো।"

"তথাপি, তহঁত ওচৰা-ওচৰিকৈ থাকতো; মই আজি কেইত দিন পদ্মক লগ পোৱা নাছিলো।"

সুৰেন ডেকাই কলে, "মযো এই বাটতহে প্ৰায় লগ পাওঁ। কেতিয়াবা গাড়ীৰে ওলাই যায় আৰু কেতিয়াবা খোজ কাঢ়িয়েই যায়। মই দুদিন কি তিনি দিনহে তেওঁলোকৰ ঘৰলৈ গৈছো— কিবা কিতাপ বিচাৰি। বেছ টকা-পইচা থকা মানুহ। গলে খুব খুৱায়। দেউতাকে হেনো আপাৰ আসামত বাগান এখনো কিনিছিল। মৰাৰ লগে লগে কোনোবা মাৰোৱাৰীক বিক্ৰী কৰি দিলে। ডাণ্ডৰ ডাণ্ডৰ কোম্পানীৰ বহুত শ্বেয়াৰ পুতেকহঁতৰ নামত লৈ থৈছে। পদ্মৰ ভায়েক ৰাজীৱলোচনে কলিকতাত এম-এ পঢ়ি আছে—হাষ্টিলত থাকে। ইয়াতো বহুত মাটি-বাৰী আৰু ঘৰ আছে। এইবোৰৰ আৰ্জনেৰেই ঘৰ চলে। পদ্ম কিন্তু বৰ ভাল ল'ৰা গিৰিশ, বৰ অমায়িক, ভেম বুলিবলৈ তাৰ নাছিলেই।"

শেষৰ ফালে সুৰেনৰ মাতটো করুণ হৈ উঠিছিল। দুয়ো সুৰেনৰ ভিনিহিয়েকৰ ঘৰ পাইছিলহি। মটৰ চাইকেলখন বাহিৰলৈ উলিয়াই গিৰিশ বায়নে সুধিলে, পদ্মৰ ব্যক্তিগত কথা কি জান? এই ধৰ বিয়া-বাৰু...... ।"

"নাই খেং বিয়া কৰোৱা নাই।"

"লভ-চভ?"

"দূৰ। সেইবোৰ কিবা থাকিলে তোক-মোক কব নেকি?"

"অৱশ্যে।"

গিৰিশ বায়নে সিমানতে বিদায় ললে।

## ৪

ৰাতিপুৱা সাত বজামানত ভিতৰ পিনেদি আহি কমলিনী গিৰিশ বায়নৰ ঘৰৰ ভিতৰ বাৰান্দাত উঠিলহি। দুৱাৰ খোলা আছিল, বদন ভিতৰৰ কোঠা এটাতে শোৱে, সি উঠি পাকঘৰত চাহৰ যোগাৰ কৰিছিল। তাই বাৰান্দাৰ পৰাই বদনক সুধিলে, "চাহেব উঠা নাই বদন?" সি কলে, "নাই উঠা আইদেউ। ৰাতি তিনি বজাতহে আহিছে।"

কমলিনী সোমাই গ'ল। বায়নৰ শোৱা কোঠাৰ দুৱাৰ খোলাই আছিল। তেওঁ তেতিয়াও ঘোৰ টোপনিত। কমলিনীয়ে লাহেকৈ গৈ আঠুৱাটো দাঙি চালে। চকু-মুখবোৰ খং উঠি থকা যেন দেখি। তাইৰ মনত দুষ্ট বুদ্ধি খেলালে: আঠুৱাটো একালে আলফুলকৈ দাঙি দিলে; তাৰ পিচত খাবলৈ থোৱা পানী গিলাচ হাতত লৈ সৰুকৈ এচলু পানী বায়নৰ চকুৱে-মুখে ছটিয়াই দিলে। বায়নে চক খাই সাৰ পালে আৰু ধৰমৰাই উঠি খপজপকৈ গাৰুৰ তলৰ পৰা ৰিভলভাৰটো উলিয়াই ললে।

কমলিনীয়ে খিলখিলকৈ হাঁহিবলৈ ধৰিলে। "বৰ বীৰ পুৰুষ-জন। ইফালে পুলিচত কাম কৰে। এজনী ছোৱালীয়ে এগিলাচ পানী লৈ সমুখত থিয় হওঁতেই পিষ্টল উলিয়াইছে।"

হাৰ মনাৰ হাঁহি এটা মাৰি বায়নে মূৰটো আকৌ গাৰুত পেলাই দিলে। ৰিভলভাৰটো লিৰিকি-বিদাৰি তেওঁ টোপনি-গধুৰ মাতেৰে কলে, "মই এটা সপোন দেখি আছিলো কমলী। এটা ডকাইতিৰ তদন্ত কৰিবলৈ গৈছিলো। এজনী মাইকী মানুহৰ ওপৰত আমাৰ চোৰা হৈছিল—ডকাইতৰ লগত তাইৰ লেন-দেন আছিল। কিন্তু কোনো মতেই সৈ নেকাঢ়ে। শেষত এৰেষ্ট কৰিম বুলি ভয় খুৱাওঁতে হঠাৎ তাই দেখোন ছুৰী এখন কাপোৰৰ তলৰ পৰা উলিয়াই মোৰ

ওপৰত জপিয়াই পৰিল। এনেতে তোমাৰ পানীৰ ছিটিকনি লাগি সাৰ পালো। সমুখত মাইকী মানুহ দেখি স্বাভাৱিকতে বন্দুক বিচাৰি-ছিলো!"

একান্তমনে কাহিনীটো শুনি থকা কমলিনীয়ে কলে, "ভুলতে গুলীয়াই দিয়া হলে?"

ৰিভলভাৰটো আকৌ গাৰু তলত থৈ বায়নে কলে, "ভয় নাই। চকুত পানী পৰোতেই মই বুজিলো যে এই ডকাইতনীৰ পৰা গালৈ খাটি নাই, মনলৈহে যি।"

"ইহ।" বুলি তাই গিলাচটো টেবুলত থৈ সুধিলে, "খবৰ কাগজত কালিৰ ঘটনাটো ওলাইছে। ৰাতি তিনি বজাতহে আহিল বোলে?"

"অঁ। চাওঁ কাগজ দুখন আনাচোন।"

কমলিনীয়ে ড্ৰয়িং ৰুমৰ পৰা "আসাম ট্ৰিবিউন" আৰু "নতুন অসমীয়া" দুখন আনি দি পাকঘৰৰ পিনে গ'ল। বায়নে পঢ়িবলৈ ধৰিলে। বেছি লিখা নাই, থুলমূলকৈ ঘটনাটো মাত্ৰ দিছে। ৰহস্যজনকভাৱে মৃতদেহ আবিষ্কাৰ হৈছে বুলি লিখিছে আৰু পদ্ম-লোচন বৰাৰ অলপ পৰিচয় দিছে। পুলিচক সমালোচনা কৰা নাই, ঝিপ'টাৰে নিজে একো সন্দেহো কৰা নাই।

স্বস্তিৰ নিশ্বাস পেলাই বায়নে উঠি মুখ ধুলেগৈ। কমলিনীয়ে চাহ আনিলে। চাহ দি থাকোতে তাই ৰাতিৰ কথাবোৰ সুধিলে। বায়নে বিমান পাৰে চমুৱাই ৰাতিৰ অভিযানৰ কথা কলে।

এবাৰ চাহ খাই থাকোতে বায়নে একেথৰে তাইলৈ বহুত পৰ চাই আছিল। অলপ অস্বস্তি বোধ কৰি তাই সুধিলে, "কি চাইছে?"

বায়নে হাঁহি কলে, "মদনমোহন বৰুৱাৰ দ্বিতীয়া ছোৱালীজনীৰ নাম মিনু—বিনতি বৰুৱা। কোনোবা কলেজত পঢ়ে। তুমি চিনি পোৱানে?"

কমলিনীয়ে অলপ ভাবি চাই কলে, "নাই নেপাওঁ।"

"নিশ্চয় তোমালোকৰ কলেজৰ নহয় তেনেহলে। অলপ চোৰাংচোৰাগিৰি কৰিব পাৰিবানে?"

"মানে?"

"মানে মিনতি বৰুৱাৰ বিষয়ে কিছুমান কথা মই জানিব খোজো। তেওঁৰ লগত পদ্ম বৰাৰ নিশ্চয় কিবা সম্পৰ্ক আছিল। নহলে বৰুৱাৰ ডাঙৰ ছোৱালী শীলা বা সুশীলাৰ লগত আছিল। সেইটো কেনে ধৰণৰ সম্পৰ্ক ভালকৈ জানি আহিব লাগে।"

কমলিনীয়ে আকৌ অলপ ভাবি চাই কলে, "বোধহয় পাৰিম। শান্তিপুৰত মোৰ লগৰ ছোৱালী এজনী আছে। তাই নিশ্চয় কব পাৰিব। মই এতিয়াই যাম।"

"চাবাচ! যোৱা। মোলৈ ফোন কৰিবা—ইয়ালৈ, নহলে থানালৈ। নেপালে গুচি আহিবা।"

কমলিনীয়ে কাপ-প্লেটবোৰ লৈ ওলাই গ'ল। বায়নে চিগাৰেট এটা জ্বলাই টেলিফোনটোৰ ওচৰলৈ গ'ল। প্ৰথমে থানালৈ ফোন কৰি জানি ললে যে যোৱা ৰাতি জীৱেশ্বৰ বৰাই চিপাহী নিয়া নাই, নেলাগে বুলি কলে হেনো; শটোৰ ওচৰত বহি বুঢ়াই খুব কান্দিলে ফেকুৰি ফেকুৰি; ৰবকৈ কোঠাতহে লাহেকৈ উঠি আহিল। মৰণোত্তৰ পৰীক্ষাত পদ্ম বৰাৰ মৃত্যু ৰাতি ৮ আৰু ৯ বজাৰ ভিতৰত হৈছে বুলি পোৱা গৈছে।

দ্বিতীয়তে এছ্-পিলৈ ফোন কৰি অলপ পিচত গলে লগ পাব নেকি খবৰ কৰিলে। এছ্-পি বিনোদ ফুকনে গিৰিশ বায়নক বৰ মৰম কৰে আৰু জটিল অনুসন্ধানবোৰ নিজ ইচ্ছামতে কৰিব পৰাত সহায় কৰি দিয়ে। আজিও যেতিয়া তেওঁ শুনিলে যে যোৱা ৰাতিৰ হত্যাকাণ্ডৰ বিষয়ে ডেকা বিষয়াজনে কথা পাতিব খুজিছে তেতিয়া ফুকনে তৎক্ষণাৎ কলে, "তুমি আহা গিৰিশ, মই বাহিৰতে তোমালৈ বৈ থাকিম। চাহ খোৱা নাই যদি ইয়াতে খাবাহি।"

"ধন্যবাদ ছাৰ. মই চাহ খালো। মাত্ৰ গাটো তিয়াই যাওঁ।"

পঞ্চলিচ মিনিটৰ পিচত গিৰিশ বায়নৰ মটৰ চাইকেলৰ ভটভটনি জোৰ পুখুৰী অঞ্চলটোৱে শুনিবলৈ পালে। এছ্-পিয়ে সঁচাকৈয়ে বাহিৰত তেওঁলৈ বৈ আছিল। বাহিৰতে বহি দুয়ো কথা পাতিবলৈ ধৰিলে। বায়নে যোৱা ৰাতিৰ ঘটনাৱলী হুবহু বৰ্ণনা কৰি কলে যে এতিয়ালৈকে একো আঁত বিচাৰি পোৱা নাই, সেই বাবে বৰ সাৱধানে আগ বাঢ়িব লাগিব, তেওঁ সংশ্লিষ্ট হব পৰা সকলো মানুহকে ভালদৰে পৰীক্ষা কৰি চাব খোজে আৰু আৱশ্যক বোধ কৰিলে কাৰোবাক গ্রেপ্তাৰো কৰিব খোজে।

বিনোদ ফুকনে কলে, "তুমি স্বাধীনভাৱে কাম কৰি যোৱা গিৰিশ। মই অ'-চিক ফোন কৰি তোমাক সকলো সুবিধা দিবলৈ কম। তোমাৰ কামৰ প্রগ্রেস মোক জনাই থাকিবা।"

বায়নৰ মটৰ চাইকেল আকৌ দৌৰিল। তেওঁ থানালৈ গ'ল। তাত কিছু পৰ অফিচৰ দুই-এটা এৰাব নোৱাৰা কাম সমাধা কৰি উঠি আকৌ মটৰ চাইকেলত উঠি লাখটকীয়া ৰোডলৈ খাপলি মেলিলে।

লাখটকীয়া ৰোডৰ হৰিসভাৰ অলপ দক্ষিণলৈ ঘনশ্যাম কটকীৰ ঘৰটো সুধি সুধি বায়নে বিচাৰি উলিয়ালে। আলিৰ পৰা অলপ ভিতৰলৈ থকা সৰু ঘৰটো; মাটিৰ মজিয়া আৰু উৰ্বলি যোৱা দুৱাৰ-খিড়িকী দেখিলেই বুজিব পাৰি কটকী অৱস্থাপন্ন মানুহ নহয়। বায়নে মতাত তেওঁ নিজেই ওলাই আহিল। কিন্তু পুলিচৰ মানুহ দেখি অবাক হৈ চাই থাকিল। শুদা গাৱে—বোধহয় গা ধুবলৈ ওলাইছিল—আঠুমূৰলৈকে চুৰিয়াখন পিন্ধি ক্ষীণ, চুটি-চাপৰ আদহীয়া ঘনশ্যাম কটকীক বায়নে নমস্কাৰ জনাই কলে, "মই ঘনশ্যাম কটকীক অলপ লগ পাবলৈ আহিছো।"

"আহক, ময়েই।"

দুয়ো সমুখৰ অনাড়ম্বৰ কোঠাটোত দুখন প্ৰাচীন চকিত বহিল। কটকীৰ মাতটো সামান্যভাৱে কঁপিছিল।

বায়নে কলে, "মই গৌহাটী পুলিচ ষ্টেশ্যনৰ এছ্-আই গিৰিশ বায়ন। দুটামান কথাৰ কাৰণে আপোনাক অলপ আমনি দিবলৈ আহিলো।"

"নাই নাই, কওকচোন।"

"আপুনি মদনমোহন বৰুৱাক চিনি পায় নহয়?"

কটকী অলপ চক খাই উঠিল। বায়নৰ চকুলৈ ঘপ কৰে ভয়েৰে চাই আকৌ মাটিলৈ দৃষ্টি নিক্ষেপ কৰিলে। পিচত লাহেকৈ কলে, "হয় পাওঁ, আমি ক'টত একেলগে কাম কৰো।"

"কালি গধূলি তেখেত ইয়ালৈ আহিছিল নে?"

"হয় আহিছিল।"

"কেই বজাৰ পৰা কেই বজালৈ আছিল?"

"কেই বজা ঠিক মনত নাই। তেওঁ তেওঁৰ ফেমিলীক চিনেমা হলত সুমুৱাই দি আহিছিল আৰু চিনেমা ভাগিবৰ সময় অনুমান কৰি গুচি গৈছিল।"

"তেখেত ইয়ালৈ প্ৰায়েই আহে নেকি?"

"প্ৰায়েই আহে। আমি সৰুৰে পৰা বন্ধু। কামো কৰো একেলগে।"

"ইয়াত আহি তেখেতে কি কৰে? কালি কি কৰিছিল?"

কটকীয়ে অলপ ইতস্ততঃ কৰি কলে, "বিশেষ একো নকৰোঁ, এনেয়ে কথা পাতি থাকো আৰু।"

বায়নে আৰু একো নুসুধিলে। কিছু পৰৰ নিৰৱতাৰ পিচত কটকীয়ে সুধিলে, "যদি বেয়া নেপায়, সুধিব পাৰোনে কিয় এইবোৰ কথা আপুনি মোক সুধিছে?"

বায়নে হাঁহি কলে, "নিশ্চয় নিশ্চয় ডাঙৰীয়া। কালি শান্তিপুৰত হত্যাকাণ্ড এটা হৈ গৈছে—ঠিক শান্তিপুৰত হৈছে নে নাই কোৱা টান, কিন্তু এটা মৃতদেহ মদন্ মোহন বৰুৱাৰ বাৰাণ্ডাত পোৱা গৈছে। মই তাৰ তদন্ত কৰিছো। সেই কাৰণে দৰকাৰ বোধ

কৰি দুই-এটা কথা আপোনাক সুধিব লগা হ'ল। আশা কৰো আপুনি বেয়া নেপাব।"

"বেয়া নেপাওঁ। কিন্তু মার্ডাৰ-টার্ডাৰৰ মাজত সোমাবলৈ মই ভয় কৰো। বাতৰি কাকতত ঘটনাটোৰ বিষয়ে এই মাত্র মযো পঢ়িলো। মদনৰ ইয়াৰ লগত কিবা সম্বন্ধ থাকিব পাৰে বুলি মই নাভাবো। গতিকে—"

"মই তেনে কথা কোৱা নাই ডাঙৰীয়া। মাত্র কর্ত্তব্য হিচাপে এইখিনি কৰিব লগা হৈছে। আপুনি একো ভয় নকৰিব। ভাল, নমস্কাৰ।"

তেনেহলে মদন বৰুৱাই মিছা কথা কোৱা নাছিল। তেওঁ বন্ধুৰ ঘৰতে গধূলিটো কটালে? সেই সময়ৰ ভিতৰতে হত্যাকাণ্ডটো হৈ গৈছে। কিন্তু ঘনশ্যাম কটকীয়ে কাকিও মাৰিব পাৰে; দুয়ো নলে-গলে লগা বন্ধু; প্রায়েই একে ঠাইতে গধূলি সময় কটায়; গতিকে দুয়ো লগ লাগি মিছা কথাও কব পাৰে। ধেৎ, মদন বৰুৱাক সন্দেহ বেছিকৈ কৰা হৈছে; তেওঁৰ বিৰুদ্ধেতো দেখ দেখকৈ একো প্রমাণ নাই। এইবোৰ ভাবি ভাবি গিৰিশ বায়নে থানাৰ সমুখত মটৰ চাইকেল ৰখাওঁতেই কাঁচী বজাৰৰ কালৰ পৰা এখন বিক্সাত কমলিনীক উঠি অহা দেখিলে। তেওঁ আগবাঢ়ি গৈ মাত লগালে, "কি খবৰ কমলী, ক'ৰ পৰা?"

তাই ইফালে-সিফালে চাই কুচকুচাই কলে, "বহুত খবৰ গোটাই আনিছো।"

বায়নে লাহেকৈ কলে, "ব'লা তুমি ডিলাইটত বহাগৈ। কেবিনত নবহিবা, মুকলিতে মানুহৰ পৰা আঁতৰি বহিবা। মই গৈছো।"

কমলিনীৰ বিক্সা আওৱাই পাণবজাৰৰ পিনে গ'ল। বায়নে চিপাহী এজনক মটৰ চাইকেলখন দি থানাত সোমাল।

কমলিনী ডিলাইটৰ এচুকীয়া টেবুল এখনত বহি আছিল।

আঁতৰে আঁতৰে দুজনমানহে গ্ৰাহক তেতিয়া তাত আছিল। বাতিপুৱা সময়ত মানুহ সাধাৰণতে নেথাকেই। গিৰিশ বায়নে থানাৰ পৰা খোজ কাঢ়ি আহি ৰেস্তোৰাঁ থনত সোমাল। কাউণ্টাৰৰ মানুহ কেজনৰ পিনে চাই চিনাকি হাঁহি এটা মাৰি তেওঁ কমলিনীৰ ওচৰলৈ গ'ল। বয় এটাই চাহ আৰু দুই প্লেট ছানাৰ খুৰ্মা আনি দি গ'ল। দুই-এষাৰ কথা এনেয়ে পাতি পাতি দুয়ো চাহ খাবলৈ ধৰিলে। খাই বায়নে সুধিলে, "এতিয়া কোৱা কি কি খবৰ পালা।"

ইফালে-সিফালে চাই কমলিনীয়ে কবলৈ ধৰিলে, "আপুনি অনুমান কৰাটোৱেই সঁচা। পদ্ম বৰাৰ সৈতে মিনতি বৰুৱাৰ এফেয়াৰ এটা বহু দিন ধৰি চলি আছিল। মোৰ বান্ধৱী গৰাকীৰ কথা যে কৈছিলো, তেওঁ কৈছে কথাটো শান্তিপুৰত বহুতে জানে।" পদ্ম আৰু মিনতিৰ পৰিচয় কেনেকৈ হৈছিল কোৱা টান। কিন্তু সম্বন্ধটো যে ঘনিষ্ঠ হৈ উঠিছিল সেইটো সকলোৱে জানিছিল। কিন্তু লেঠা হ'ল মদন বৰুৱাই এই সম্পৰ্কটো পছন্দ নকৰিছিল। অৱশ্যে ইমান ভাল ল'ৰা এটালৈ জীয়েকক দিব পাৰিলে তেওঁ সকাহেই পায়। কিন্তু, মানুহৰ ধাৰণা, তেওঁ ডাঙৰ জীয়েক সুশীলাক পদ্মলৈ দিব খুজি প্ৰস্তাব দিছিল। পিচে পদ্মই সেইটো প্ৰত্যাখ্যান কৰি মিনতিৰ পাণি-প্ৰাৰ্থনা কৰাত বুঢ়া বেঁকা হৈ বহিল: ছোৱালী নিদিয়ে বুলি একে আষাৰেই কৈ দিলে, সুশীলাকো মিনতিকো। পদ্মৰ সকলো চেষ্টা, মিনতিৰ চকুপানী একোৱে মদন বৰুৱাক টলাব নোৱাৰিলে। পদ্মই তথাপি আশা এৰি নিদিলে, বৰুৱাৰ ঘৰলৈ আগৰ দৰেই অহা-যোৱা কৰি থাকিল, মিনতিক ঘৰৰ বাহিৰত গোপনে লগ পাই থাকিল। এই গোপন মিলনৰ কথা কেনেবাকৈ জানিব পাৰি বৰুৱাই এদিন জীয়েকক ঘৰত খুব ৰবিয়ালে আৰু পদ্ম বৰাকো নিজ ঘৰত বৰ অপমান কৰিলে। তেতিয়াৰ পৰা পদ্ম তেওঁৰ ঘৰলৈ যোৱা নাছিল। অৱশ্যে তাৰ পিচতেই এই ঘটনা ঘটিল।

"কিন্তু মজাৰ কথা হৈছে," কমলিনীয়ে কলে, "মদন বৰুৱাই

পদ্ম ৰবাৰ পৰা বহু টকা ধাৰলৈ লৈ থৈছে। মানুহৰ ধাৰণা যে টকাবোৰ দিব নোৱাৰিহে ৰকস্তাই এইদৰে কাৰ্জিয়াৰ সূত্ৰপাত কৰিছে। কিয়নো টকা দিয়াৰ কোনো প্ৰমাণ নাই।"

পিচলৈ মিনতি ঘৰৰ পৰা নোলোৱাতে পৰিছিল। কলেজলৈ কেতিয়াবা যায়, কেতিয়াবা নেযায়। বিচেছদৰ বিষদণ্ড ছোৱালীজনী অকালতে মৰহি যাব ধৰিছিল। এতিয়া আটাইতকৈ ডাঙৰটো আঘাতেই পালে।

গিৰিশ ৰায়নে কলে, "চাৰাচ। বহুত কথা তুমি বাহিৰ কৰিছা কমলী। মোৰ বৰ সহায় হ'ব। এতিয়া কামত আগুৱাবলৈ মোৰ বহুত সহজ হ'ব। তুমি ঘৰলৈ যোৱাগৈ। আজি কলেজ ক্ষতি হ'ল আৰু।"

হাতৰ ঠাৰিলৈ চাই তাই কলে, "এথাৰ বজাই নাই। বাৰ বজাৰ পৰা ক্লাছ কৰিবহি পাৰিম।"

ৰায়নে বিলৰ পইচা দি তাইৰ পাচে পাচে ওলাই গ'ল। কম-লিনীক বিস্ময় এখনত তুলি দি তেওঁ কলে, "বদনাক কৰা মোৰ অলপ পলম হ'ব। ৰৈ থাকিব নেলাগে।"

"ক'বালৈ যাব নেকি ?"

"পদ্মৰ ঘৰলৈ এপাক যাব লাগিব।"

অকোৱা-পকোৱা বাটটোৰেদি ওপৰলৈ উঠি যাওঁতে অলপ আঁতৰৰ পৰা ড্ৰাইভাৰে পদ্মইতৰ মটৰখন ধুবলৈ কুৰংকাৰাং কৰা দেখি গিৰিশ ৰায়নে মটৰ চাইকেল ৰখাই নামিল। ড্ৰাইভাৰে চালাম দিলে। ৰায়নে কলে, "মোৰ গাড়ীখন ইয়াতে থৈ যাওঁ নেই ? অলপ ওপৰৰ পৰা আহো।"

"ভাল ছাৰ, ৰাখক।"

মটৰ চাইকেলখন ষ্টেণ্ডত থিয় কৰাই থৈ মটৰ খনৰ ওচৰলৈ আহি ৰায়নে কলে, "গাড়ী ধুব খুজিছা ? চকাই আছে

দেখোন—কালি-পৰহি ধোৱা যেন দেখি। কি গাড়ী, ফৰ্ড?" এই বুলি বায়নে গাড়ীৰ ভিতৰলৈ ভুমুকি মাৰি চালে।

ড্ৰাইভাৰে কলে, "নহয় ছাৰ চেভৰলেট। পুৰণি গাড়ী। আজি পোন্ধৰ দিনমান ধোৱাই নাই।"

আঁতৰি আহিবলৈ ধৰি বায়নে সুধিলে, "তোমালোকৰ গাড়ী ৰবকৈ নচলেই নেকি? পদ্মা বৰাই নিনিয়ে নেকি? বুঢ়া বাবুৱে এঁকা?"

ড্ৰাইভাৰে কলে, "ককাইদেৱে মাজে মাজে চলায়। বাহিৰলৈ যাব লগা হলে বুঢ়া বাবুৱে নিয়ে।"

"কালি গধূলি ককাইদেউৱাই গাড়ী নিছিল নেকি?"

"নাই, কালি গাড়ী সেই ৰাতিয়েই যি উলিয়াই নিছিলো, আপুনি যে দেখিছিল, ছাৰ।"

বায়নে গহীন হৈ দেখুৱাই কলে, "এৰা, যাৰ গাড়ী আছে সি নচলায়েই, যাৰ গাড়ী নাই তাৰ আক' উঠি ফুৰিবৰে মন।"

ড্ৰাইভাৰে হাঁহিলে। বায়ন ওপৰলৈ উঠি গ'ল।

৫

জীবেশ্বৰ বৰাই ড্ৰয়িং ৰুমলৈ আহি তাত বহি থকা গিৰিশ বায়নক দেখি ক্ষীণকৈ হাঁহি কলে, "অ' বোপা আহিছা?"

বায়নে একেথৰে এখন ফটোলৈ চাই আছিল। উভতি চাই কলে, "হয়, আপোনাক অলপ লগ পাবলৈ আহিলো। এইখন কাৰ ফটো?"

খিয় হৈ থাকিয়েই বুঢ়াই করুণ ভাৱে সেই খনলৈ চাই কলে, "পোনাৰ দেউতাক, মানে পদ্মাৰ দেউতাক। মোৰ দাদা।"

"অ'" বুলি বায়ন মনে মনে থাকিল।

বুঢ়াই কলে, "আহা, ভিতৰ কালেই বহোঁগৈ। মই বাৰাণ্ডাতে বহি আছিলোঁ।"

দুয়ো ভিতৰ পিনলৈ সোমাই গ'ল। যাওঁতে বায়নে আকৌ এবাৰ এন্‌লাৰ্জ কৰা ফটো খনলৈ চাই গ'ল। ভিতৰ কালৰ বাৰাণ্ডাত কেবাখনো চকি আৰু টিপয় পৰা আছিল। চাৰিজন মানুহ নিৰবে একাষৰে বহি আছিল। বায়নক বহিবলৈ দি বুঢ়াই কলে, "এওঁলোক আমাৰ গাওঁৰ পৰা আহিছে, আমাৰে অগুহি-বগুহি, খবৰটো পাই আহিছে।"

দুয়ো দুখন চকিত বহিল। বায়নে গাওঁৰ মানুহ কেইজনলৈ চাই সুধিলে, "আপোনালোকে ইমান সোনকালে কেনেকৈ খবৰ পালে ?"

এজনে কলে, "বহো বিশেষ দূৰ নহয়, খবৰ কাগজ পঢ়ি এজনে কথাটো কোৱাত আমি সেনে আছিলো তেনেই গুছি আহিছো। অৱশ্যে এই মাত্ৰহে পাইছোহি।"

"অৱশ্যে।" বায়নে কলে, "আহি ভালেই কৰিলে। বিপদৰ সময়ত আপোন মানুহক পালে অলপ সকাহ পোৱা যায়।"

আন এজন আদহীয়া মানুহে কলে, "বংশটো নবয় যেনেই পাওঁ, ছাৰ। মাকতো কেতিয়াবাই গ'ল, দেউতাক চুকাবৰো দুবছৰ মান হ'ল। এতিয়া এইটো অঘটন। সকু বাপাই যি ৰ'লগৈ।"

"এবা আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি। ইমানবোৰ সম্পত্তি এতিয়া ভোগ কৰোতা নোহোৱাৰ নিচিনাই হ'ল।" আৰু ভাল কথা বিচাৰি নেপাই বায়নে জীবেশ্বৰ বৰালৈ চাই সুধিলে, "সকু জনলৈ খবৰ দিয়া হৈছে নে নাই ?"

বুঢ়াই কলে, "হৈছে। তালৈকে আমি বাট চাই আছো। প্লেনত আহিব। সি আহিলেহে শ-দাহ কৰা হব।"

অলপ সময়ৰ নিৰৱতা। ওচৰতে পাকঘৰটো, এখন ঠেক

চালিৰে সংযুক্ত। পাকঘৰৰ দুৱাৰ মুখতে ভিতৰৰ ফালে মাটিত ধনীৰাম বহি আছিল। ৰায়ন আহোতে এবাৰ ভুমুকি মাৰি চাইছিল, আকৌ আঁৰ লৈ বহি থাকিল, ভৰি কেটা মাত্ৰ অলপ দেখা যায়। ৰৰাই কলে, "একাপ চাহকে খোৱা বোপা। ভাত খাবলৈ কলো-হেঁতেন, পিচে আমাৰ লঘোণ, আখলত জুয়েই ধৰা নাই।"

ৰায়নে প্ৰতিবাদ কৰিলে, "নেলাগে নেলাগে, মই এই মাত্ৰ চাহ খাই আহিছো। মই পদ্মৰ দেউতাকৰ বিষয়েহে অলপ জানিবলৈ আহিলো। কিছুমান কথা মই ভাবি আছো। সেইবাবে তেখেতৰ বিষয়ে অলপ বেছিকৈ জনা দৰকাৰ হৈছে।"

বুঢ়াই কলে, "তুমি তেন্তে পাঁচ মিনিট বহা, মই গাটো তিয়াই আহো। ৰাজীৱ আহিব আহিব বুলি থাকোতে গা ধুবলৈকে যোৱা নাই। দাদাৰ কথা কবলৈ হলে আৰু পলম হৈ যাব। ধনী, দেচোন চাহকে একাপ কৰ।"

"ভাল যাওক, আপুনি গাটো ধুই লওকগৈ।"

গাৱঁৰ মানুহ কেজন উঠিল। এজনে কলে, "আমিও অলপ আহো বজাৰৰ পিনৰ পৰা। আবেলিতে আহি পাম।"

বুঢ়াই কলে, "বাৰু আহাগৈ।"

মানুহ কেজন গ'লগৈ। বুঢ়াও বাৰান্দাৰ গাতে থকা ডাঙৰ কোঠাটোত সোমালগৈ। ভিতৰতে নিশ্চয় বাথ-ৰুম আছে। ধনী-ৰামো দুৱাৰ মুখৰ পৰা উঠি আখলৰ পিনে গ'ল। মুহূৰ্ত্তে ৰায়ন উঠি পদ্মৰ কোঠা পালেগৈ। ড্ৰয়িং ৰুমৰ পিচৰ কোঠাটোৱেই পদ্মৰ কোঠা। তাৰ পৰা ওলায়েই ভিতৰ বাৰান্দা। ৰায়নে খুব কম সময়ৰ ভিতৰতে গোটেই কোঠাটো নিৰীক্ষণ কৰি ললে। কিন্তু কামত আহিব পৰা একোকে দেখা নেপালে। হঠাৎ কিতাপৰ ছেল্‌ফ এটাৰ ওপৰত ডাঙৰ এলবাম এটা দেখি তাকে লৈ পুনৰ বাহিৰ পালেহি। সেইটো পাই মনটো অলপ ভাল লাগিল। হাঁহি মাৰি ওলাই আহোঁতেই পাকঘৰৰ পৰা কেটলী এটা লৈ ওলাই অহা

ধনীৰামৰ চকুত পৰিল। ধনীৰামৰ চাৱনিটো কঠোৰ দেখি নিজক চম্ভালি লৈ বায়নে কলে, "শুদা একাপ চাহ দিলেই হব দেই ধনীৰাম। মই ছবিকে চাই থাকো।"

ধনীৰামে হাঁহিবলৈ চেষ্টা কৰি কলে, "ভাল।" তাৰ পিচত সি কেটলীটো ধুই আনিবলৈ পাকঘৰৰ পাচ ফাললৈ গ'ল।

বায়নে এলবামটো খুলি ফটোবোৰ চাই যাবলৈ ধৰিলে। পদ্ম ববাৰ নিজৰ ফটোৱেই সৰহ, যদিও প্ৰাকৃতিক দৃশ্য আৰু বন্ধু-বান্ধৱৰ ছবিও কম নাছিল। ধনীৰামে কেটলীটো লৈ পুনৰ পাকঘৰত সোমোৱাৰ পিচতে বায়নে দুখন সৰু ফটো উলিয়াই নিজৰ জেপত ভৰাই থলে—এখন পদ্ম ববাৰ আৰু আন খন দেউতাকৰ। কেবা ঠাইতো ফটো একেবাৰে নিয়াৰ চিন আছে, চাৰিটা ফিক্‌চাৰ খালি হৈ আছে, গতিকে হঠাৎ ধৰিব নোৱাৰে। মিনতি বা জীৱেশ্বৰ ববাৰ ছবি তাত নাছিল।

গা ধুই উঠি বুঢ়া ওলাই আহিল। "বোপাই অকলে অকলে বহি আমনিয়ে পাইছা চাগৈ?"

"নাই, মই এই এলবামটোকে চাই আছো। ভালেই লাগিছে।"

বুঢ়া আকৌ আগৰ ঠাইত বহিলহি। "অ' পোনাৰ এলবাম।"

"এতিয়া আপুনি আৰম্ভ কৰক।" এই বুলি বায়নে এলবামটো বন্ধ কৰিলে।

জীৱেশ্বৰ ববাই কবলৈ ধৰিলে, "ক'ৰপৰা আৰম্ভ কৰিম কবই পৰা নাই। সৰু কালৰ কথা সকলো মনত নাই—কথা বহুতো। কাৰণ দেউতাই পুলিচ বিভাগত চাকৰি কৰিছিল আৰু আমি গোটেই অসমখন ভ্ৰমি ফুৰিছিলো। আমি ককাই-ভাই মাত্ৰ দুজন, বাই-ভনী নাছিল। দেউতাই অৱশ্যে গাৱঁৰ ঘৰৰ লগত সদাই সম্পৰ্ক ৰাখি আছিল; আমি গাৱঁলৈ বছৰেকত এবাৰ আহিছিলোৱেই। আমি স্কুলত পঢ়ি থাকোতেই আমাৰ মাই ঢুকাইছিল। দেউতাই

আৰু বিয়া কৰোৱা নাছিল।"

গতিকে বীৰেশ্বৰ আৰু জীৱেশ্বৰ নামৰ দুটা সৰু লৰাই মাতৃ-স্নেহ বঞ্চিত এখন সংসাৰত থাকি দেউতাকৰ সৈতে ঘনাই ঠাই সলাই ফুৰিছিল। চাকৰে ৰন্ধা ভাত খাই আৰু উপযুক্ত শাসনৰ অভাৱত তেওঁলোকৰ পঢ়া-শুনা বৰ ভাল হোৱা নাছিল। তথাপি বীৰেশ্বৰে মেট্ৰিক পাছ কৰি কলেজত পাহিছিলগৈ; পঢ়া-শুনা বিশেষ নকৰি খিতিঙালি কৰি ফুৰিলেও তেওঁৰ বুদ্ধিটো চোকা আছিল। জীৱেশ্বৰে কিন্তু মেট্ৰিকৰ দেওনা পাৰ হব নোৱাৰিলে; কেবাবাৰো ফেল মাৰি অৱশেষত চেষ্টা এৰি দি ঘৰতে শুই বহি কটাবলৈ ধৰিলে। মাক নথকা বাবে মৰমতে দেউতাকে একো নকৈছিল। নিকৰ্ম্মা জীৱেশ্বৰ স্বাভাৱিকতে বেয়া সঙ্গত পৰিব ধৰিছিল; কিন্তু ককায়েকে যেনিবা এদিন "গোৰ মাৰি গঙ্গাত" পেলালে।

কলেজত বীৰেশ্বৰেও বিশেষ শিক্ষা লভিব পৰা নাছিল। এবাৰ আই-এৰ বাছনি পৰীক্ষাত সৰকিব নোৱাৰিলে; দ্বিতীয় বাৰ ফাইনেলত ফেল কৰিলে। তেতিয়া তেওঁ ঘৰলৈ আহি এটা সামান্য চাকৰি ললে—আৰু নপঢ়ে বুলি খিৰাং কৰিলে—তেতিয়া তেওঁলোক ডিব্ৰুগড়ত আছিল। দেউতাকে একো নকলে: ভাগ্যৰ ওপৰতে যেন তেওঁ পুতেকহঁতক এৰি দিছিল। কিন্তু যেতিয়া বীৰেশ্বৰে বিয়া কৰাবলৈ ললে তেতিয়া দেউতাকৰ খং উঠিল। কাৰণ বিয়াৰ সকলো বন্দবস্ত কৰাৰ পিচতহে ঘৰত জনাইছিল। ভাবী-শহুৰেকৰ পৰা টকাও লৈছিল বুলি জনৰৱ উঠিছিল। দেউতাকে বৰ অপমান পালে। বীৰেশ্বৰে ঘৰৰ বাহিৰত থাকি বিয়া পাতিলে; দেউতাকে ছুটি লৈ জীৱেশ্বৰৰ সৈতে বকোত আঁতৰি আছিলহি।

বীৰেশ্বৰে টকা লোৱা কথাটো মিছা নহয়। কাৰণ বিয়াৰ পিচৰে পৰা তেওঁ চাকৰি এৰি কাৰবাৰত ধৰিলে। শহুৰেক ডিব্ৰুগড়ৰ এজন নামকৰা ঠিকাদাৰ আছিল। বীৰেশ্বৰে শহুৰেকৰ সহায়ত কাঠ আৰু বেতৰ ব্যৱসায় কৰিবলৈ ধৰিলে। দেউতাকে চেষ্টা কৰি

হাইলাবান্দিলৈ বদলি হৈ জীৱেশ্বৰক লৈ গুছি গ'ল। কিন্তু দাদাকৰ সাহসিকতাই জীৱেশ্বৰক মনে মনে মুগ্ধহে কৰিছিল। সেই বাবে ডিব্ৰুগড়লৈ আহিবলৈ চল বিচাৰি আছিল। এদিন বকোলৈ যাওঁ বুলি আহি লামডিঙৰ পৰা ডিব্ৰুগড়লৈ ফালৰি কাটিলে। বীৰেশ্বৰে ভায়েকক আশ্ৰয় দিলে আৰু জীৱিকাৰ কিবা উপায় কৰি দিব পাৰি নেকি চালে।

জীৱেশ্বৰে দেখিলে ককায়েকৰ কাৰবাৰ ক্ৰমাৎ ডাঙৰ হৈ গৈছে। কাৰবাৰত কিছু অন্যায় থাকিবই। বীৰেশ্বৰে কিন্তু ধন ঘটিবলৈ কেৱল অন্যায় পথকেই অৱলম্বন কৰিছিল। যেনে ভেটা নুখুৱালে আজি-কালি কাৰবাৰত একোকেই কৰিব নোৱাৰি। তাকে যুগ-ধৰ্ম্ম বুলি ধৰি লৈ তেওঁ শহুৰেকৰ আশীৰ্ব্বাদত দোপতদোপে উন্নতি কৰিবলৈ ধৰিলে। বছৰেকৰ ভিতৰতে দুটা হাতী আৰু দুখন ট্ৰাক আহি গ'ল। নৱজাতক পোনাৰ ওপৰত স্নেহ আৰু ধনৰ অপব্যৱহাৰ হবলৈ ধৰিলে। জীৱেশ্বৰে বৌয়েকৰ মন পাবলৈ চেষ্টা কৰি সেই ভোগৰ সাগৰত বুৰ দিলে। মাত্ৰ বৌয়েকৰ মন পোৱাহে বৰ সহজ নহল। কাৰণ কাম-কাষ নোহোৱা ডেকা লৰা এটাক ঘৰতে এনেই এনেই বহি থকা দেখি তেওঁ বৰ ভাল পোৱা নাছিল। বীৰেশ্বৰৰ নিজৰ ভায়েকলৈ চকু দিবলৈ সময়েই নাছিল।

ইতিমধ্যে দেউতাকে সৰু পুতেক ডিব্ৰুগড়ত থকা শুনি চিঠি লিখি পঠালে যে তেওঁৰ পুতেক দুয়োটা মৰিল বুলি ধৰি ললে। জীৱেশ্বৰে দাদাকৰ আশ্ৰয়কে শেষ সম্বল বুলি আকোঁৱালি ললে। কিন্তু শেষত গৈ সিও পুলকি গ'ল। তেওঁ ককায়েকৰ টকা আচৰপ খৰচ কৰিবলৈ পাইছিল—কিবা কামত সৰহকৈ টকা দিলে বাকী টকা বীৰেশ্বৰে ঘুৰাই নিবিচাৰিছিল। একো কাম-বন নথকাত জীৱেশ্বৰে সেই টকা লৈ অলপ ফূৰ্ত্তি কৰিছিল, কেতিয়াবা তাচ-খেলাতো বহিছিল। এবাৰ তেনেকৈ এহেজাৰ মান টকা খৰচ কৰি পেলালত বীৰেশ্বৰে দৰকাৰী কামত টকাখিনি বিচাৰিলে, কিন্তু দিব

নোৱাৰাত খুব টান কথা কৈ দিলে। মনৰ বেজাৰত জীৱেশ্বৰে সেই ৰাতিয়েই মনে মনে ডিব্ৰুগড় এৰিলে। একে কোবেই, দুজন মাদ্ৰাজী মানুহৰ লগ পাই ব্ৰহ্মদেশ ওলালগৈ।

"তেতিয়াৰ পৰা মই দেশান্তৰী হলো" বুঢ়াই কলে, "অসমৰ খবৰ খুব কমেই পাওঁ। যি পাওঁ তাৰ পৰা বুজিব পাৰো যে দাদাই আৰু বেছি উন্নতিহে কৰিছে। এবাৰ খবৰ পালো এবছৰ মানৰ আগতে দেউতা চুকাইছে। শেষ বয়সত দেউতাই আমাক হেনো ক্ষমা কৰিছিল আৰু দাদাই ইয়াত মাটি লৈ সংজোৱা এই এই ঘৰটোত থাকিবলৈ লৈছিল। মই পিচে আৰু উলটি নাহিলো। সেই মাদ্ৰাজী কেইজনৰ সহায়ত প্ৰথমে সামান্য চাকৰি এটা লৈ পিচত ফানিচাৰ কৰা কাৰবাৰ এটা আৰম্ভ কৰিলো। বৰ বেছি লাভ হোৱা নাছিল তথাপি কোনোমতে পেট প্ৰবৰ্ত্তাইছিলো। পিচে যুদ্ধই ধ্বংস কৰি দিলে। মই ভাবিছিলো দেশলৈ আৰু উলটি নাহিমেই কিন্তু জাপানী বোমাৰ কোব দেখি ইভাকুইৰ দল ভুক্ত হবলৈ বাধ্য হলো। আহি দেখো মোৰ আপোন বুলিবলৈ কোনো নাই। বৌৰ হেনো কেতিয়াবাই মৃত্যু হৈছিল। যুদ্ধ লগাৰ আগে আগে ককাই-দেউৰো মৃত্যু হ'ল। বৌৰ মৃত্যুৰ পিচত বোলে তেওঁ বৰকৈ ড্ৰিংক কৰিবলৈ লৈছিল আৰু সেয়ে মৃত্যুৰো এটা কাৰণ। তিনি-চুকীয়াৰ পিনে এখন বাগিচাও কিনি পাঁচ বছৰ মান চলাইছিল; পিচে স্বাস্থ্য পৰি অহাত কোনোবা মাৰোৱাৰীক বিক্ৰী কৰি দিলে।

"মনৰ বেজাৰত আৰু লাজতো মই বেছ কিছু দিন পোনাইতৰ লগত দেখাই নকৰিলো। হাতত কিছু জমা টকা আছিল, আৰে মিলিটেৰীৰ লগত কাৰবাৰ কৰিবলৈ চেষ্টা কৰিলো। পিচে মোৰ ভাগ্যাই বেয়া, মিলিটেৰীৰ ঠিকা কৰিবলৈ তেতিয়া বহুত পলম হৈ গ'ল। ফলত বিশেষ একো লাভ কৰিব নোৱাৰিলো। যুদ্ধ শেষ হোৱাত কিছুদিন গাৱঁতে সোমাই আছিলোগৈ। কোনোবাই গম পাই পদ্মক কলে হব পাৰে, সি দেখোন এদিন মাতি লৈ আহিলগৈ।

তাৰ মুখেহে দাদাইতৰ বেছি ভাগ খবৰ পালো—বাজীৰ কলিকতাত থকাৰ কথাও জানিলো—সিও এবাৰ আহি চিনাকি হৈ গ'লহি। জীৱনৰ প্ৰতি বিতৃষ্ণা অহাত মই গাৱঁৰ নিজস্থল পৰিবেশতে কাল কটাবলৈ ইচ্ছা কৰিছিলো। কিন্তু পোনাই জোৰ্ কৰি মোক ধৰি ৰাখিলে। তেতিয়াৰ পৰা আজি ডেৰ বছৰ দুবছৰ ইয়াতে আছো।"

গিৰিশ ৰায়নে একান্ত মনে জীৱেশ্বৰ বৰাৰ আত্মজীৱনী শুনি আছিল। কাহিনী শেষ হোৱাত দুয়ো কিছু সময় একো নমতাকৈ থাকিল। বুঢ়াৰ চকু দুটা সজল আৰু কৰুণ হৈ পৰিছিল।

হঠাৎ ৰায়নে সুধিলে, "আপুনি ঘৰ-সংসাৰ তেনেহলে নেপাতি-লেই নেকি?"

বুঢ়াই কলে, "তোমাৰ আগত মিছা নকওঁ বোপা, মই নৰ্থাতে নেপালী ছোৱালী এজনী বিয়া কৰাইছিলো। পিচে আমাৰ কোনো ল'ৰা-ছোৱালী হোৱা নাছিল। যুদ্ধৰ আগে আগে মোৰ পত্নীৰ মৃত্যু হৈছিল।"

ভমুনিয়াহ এটা পেলাই ৰায়ন কিছু সময় নীৰৱে বহি থাকিল। তাৰ পিচত বহাৰ পৰা উঠিল। তেওঁ কলে, "মই এতিয়া উঠো। মই বিচৰাতকৈ আপুনি বহুত বেছি খবৰেই দিলে। তাৰ বাবে অশেষ ধন্যবাদ। পদ্ম বৰাৰ হত্যা ৰহস্য ভেদ কৰিবলৈ মই চেষ্টা কৰিছো। গতিকে তেওঁলোকৰ অতীতত কিবা ধাঁত পাব পাৰো নেকি পৰীক্ষা কৰি চাব খুজিছো। আপোনাৰ বৰ্ণনাৰ পৰা দেখা গ'ল অতীতত তেনে কোনো সন্দেহৰ থল নাই। তথাপি লাভ এয়ে হ'ল যে সেই ফালটো মই বিবেচনা নকৰিলেও হব। মই আকৌ আহিম। নমস্কাৰ।"

বুঢ়াই হাত দুখন দাঙিলে।

যাওঁতে বায়ন সুবেন ডেকাৰ ঘৰত সোমাল। ডেকাই ল পঢ়ে। গতিকে দিনৰ ভাগত প্ৰায় কাম নেথাকেই, ক্লাছ গধূলিহে। বন্ধুক বহিবলৈ দি ডেকাই সুধিলে, "পদ্মাৰ তালৈ আকৌ গৈছিলি নেকি?"

"এৰা। মোৰ কাম বাঢ়িহে গৈছে। গতিকে তই অলপ-অচৰপ সহায় কৰি দিব লাগিব।"

"বাপৰে বাপ। মই নোৱাৰো গিৰিশ।"

"ভয়ৰ কাৰণ নাই। শুন। তই আবেলিতে ওলাই গৈ মদনমোহন বৰুৱা আৰু ঘনশ্যাম কটকীৰ বিষয়ে সকলো খবৰ সংগ্ৰহ কৰি আনি দে। তেওঁলোক কেনে মানুহ, দিনটোত ক'ত কি কৰে, জীৱন-যাপনৰ পদ্ধতি কেনেকুৱা, আচৰণ কেনেকুৱা, কোন কোন মানুহৰ লগত তেওঁলোকৰ সম্পৰ্ক, এইবোৰ খবৰ মোক লাগে।"

ডেকাই সুধিলে, "কিয়?"

"এতিয়া নুসুধিবি। মুঠতে মোক বহুত খবৰ লাগে, বহুত। বুইছ? বাতি মোক লগ ধৰিবি। মনত ৰাখিবি, এই খিনি খবৰ মোক লাগিবই।"

তেওঁ উঠিল। সুবেন ডেকাই ধেমালি কৰি সুধিলে, "নহলে?"

দুৱাৰ মুখৰ পৰা ঘূৰি চাই বায়নে কলে, "নহলে? নহলে—নহলে তোক একো নকৰো। কিন্তু হলে ভালকৈ এসাজ খুৱাম।"

৬

ভাত-পানী খাই বায়নে এঘণ্টা মান জিৰণি ললে। এই দুদিন ৰৰকৈ ঘূৰা-পকা আৰু চিন্তা-ভাবনা কৰি তেওঁ অৱশ হৈ পৰিছিল। কিন্তু জিৰাবৰ উপায়ো নাই। কাম সন্তোষজনক ভাবে আগ বঢ়া নাই। উল্লেখযোগ্য এডালো খাঁত তেওঁ বিচাৰি পোৱা নাই। বিচনাত পৰি তাকে ভাবি ভাবি তেওঁ অলপ নিৰাশ হৈ গৈছিল।

কিন্তু এঘণ্টা মানৰ পিচত উঠি একাপ চাহ খাই তেওঁ নৈৰাশ্য জোৰ কৰি খাঁতৰাই ঘৰৰ পৰা ওলাই গ'ল। তেতিয়া আঠে মানেই বাজিছিল। শানাতো বহু কাম পৰি আছিল। সেইবোৰৰ কিছু পাতল কৰি চাবে চাবি বজা মানত তেওঁ শান্তিপুৰলৈ বুলি মটৰ চাইকেলত উঠিল। স্নেপত ছাৰ্চ ওৱাৰেণ্টখন আছে নে নাই আকৌ এবাৰ চাই ললে।

মদনমোহন বৰুৱাৰ ঘৰত বৰুৱাৰ সৈতে আন দুজন মানুহ বহি আছিল। দেখিলেই কব পাৰি, এজন অসমীয়া, বয়সত আদহীয়া; ইজন অনা-অসমীয়া, তেওঁও আদহীয়া। গাৰ ধুতি-কামিজ দুয়ো জনৰে ধোৱাই ধোৱা, ধপধপীয়া। বৰুৱাই বহা ঠাইৰ পৰা গাটো অলপ দাঙি শহীন ভাবে কলে, "আহক, বহক।"

বায়নেও হাঁহি নেদেখুৱালে। বহিয়েই কলে, "আপোনাৰ লগত মোৰ অলপ কথা আছে।" এই বুলি আলহী দুজনৰ ফালে তেওঁ চালে। মানুহ দুজনে ভাবলেশহীন মুখেৰে তেওঁৰ ফালে চাই থাকিল; তেওঁলোকৰ চকুত আন কিবা থাকিলেও বন্ধুত্ব নাছিল।

বৰুৱাই কলে, "কওক।"

"কেছটো সংক্ৰান্ত বই কথা পাতিব খোজো। গতিকে—" এই বুলি বায়নে আকৌ আলহী দুজনৰ ফালে চালে।

বৰুৱাই গহীন ভাৱেই কলে, "এখেতসকল থাকিলে একো নহয়—মোৰ বন্ধু মানুহ। এখেত পয়োধৰ বৰুৱা, পি-ডব্লিউ-ডিৰ কনট্ৰেক্টৰ আৰু এখেত যমুনালাল কানৱিয়া, ফাঁচিবজাৰৰ মোহনলাল যমুনালাল কানৱিয়া ফাৰ্মৰ প্ৰপ্ৰাইটাৰ।"

বায়নে কলে, "মই এচ-আই গিৰিশ বায়ন। নমস্কাৰ।" বাকী দুজনে নিৰবে হাত দাঙিলে।

বায়নে বৰুৱালৈ চাই কলে, "তেন্তে শুনক। কালি ইমানকৈ সোধা সত্বেও আপুনি গোটেইবোৰ কথা নকলে। মিনতি বৰুৱাৰ লগতে পদ্মলোচন বৰাৰ এটা ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। তেওঁ-লোকে পৰস্পৰক স্বামী-স্ত্ৰী ৰূপে গ্ৰহণ কৰিব খুজিছিল। কিন্তু এই কথাত আপোনাৰ সংমতি নাছিল—আনকি আপুনি তেওঁলোকক টান ব্যৱহাৰো কৰিছে। এইবোৰ কথা আপুনি ঘুণাক্ষৰেও উল্লেখ কৰা নাই। পুলিচৰ আগত কথা লুকুৱাবলৈ যোৱাটো অপৰাধ।"

বৰুৱাই ক্ষীণ প্ৰতিবাদ কৰিলে, "কিন্তু সেইবোৰ নিতান্ত ঘৰুৱা কথা। ব্যক্তিগত কথা। সেইবোৰ জাহিৰ কৰাটো মই নিবিচাৰো।"

"পাহৰি নেযাব আপোনাৰ ছোৱালীৰ লগত মৃতকৰ সম্পৰ্ক গঢ়ি উঠিছিল আৰু তেওঁৰ মৃতদেহ আপোনাৰ ঘৰতে পোৱা হৈছে।"

বৰুৱা মনে মনে থাকিল। যমুনালাল কানৱিয়াই ভগ্ন অসমীয়াত কলে, "বৰুৱাই এতিয়াতো চৰ কৰে। এতিয়া আপুনি কি কৰিব খোজে?"

বায়নে থোপাকৈ তেওঁৰ ফালে চালে। কিছু পৰ চাই থাকি কলে, "মই আজি বৰুৱাৰ ঘৰ খানা-তালাচ কৰিম।"

"কিন্তু কিয়?" কানৱিয়াই সুধিলে, "আপুনি তেওঁক সন্দেহ কৰে নেকি? মাফ কৰিব, আমি বৰুৱাৰ বন্ধু, সেই বাবে তেওঁৰ বিপদত সহায় কৰিবলৈ আহিছো, সেই বাবে দুই-এটা কথা কৈছো।"

বায়নে তাচিজ্বলাৰ হাঁহি এটা মাৰি কলে, "সন্দেহ কৰা-নকৰাৰ

প্ৰশ্ন উঠা নাই। আমাৰ কাম হৈছে দোষীক বিচাৰি উলিওৱা। তাৰ কাৰণে আমাক কিছুমান ফেক্ট লাগে।"

কানৱিয়াই সুধিলে, "ওৱাৰেণ্ট ক'ত ?"

পয়োধৰ বৰুৱাই বাধা দি কলে, "যমুনালাল, এইবোৰত আমি নমতাই ভাল।"

বহাৰ পৰা উঠি বায়নে মদন বৰুৱাক সুধিলে, "বৰুৱা?"

বৰুৱাই সুধিলে, "আপুনি কি চাব খোজে ?"

"গোটেই ঘৰটোকে। – কিন্তু প্ৰধানকৈ মিনতি বৰুৱালৈ লিখিব পৰা পদ্ম বৰাৰ কিবা চিঠি-পত্ৰ।"

"ঘৰ মই মিনুক মাতো।"

সেউতাকৰ মাত শুনি মিনতি ওলাই আহিল। লাহীকৈ, বগী ছোৱালী জনী। বেছ ধুনীয়া, বায়নে ভাবিলে। বায়নে বিনীত ভাবে কলে, "পদ্ম বৰাৰ সৈতে আপোনাৰ ঘনিষ্ঠ পৰিচয় আছিল। তেওঁৰ হত্যা সংক্ৰান্তত কিছুমান তথ্য-পাতি আমাক লাগে। আপোনাৰ ওচৰত তেওঁৰ কিবা চিঠি-পত্ৰ আছে যদি আমি চাব খোজো।"

ছোৱালী জনীয়ে খঙেৰে কলে, "মোৰ ওচৰত কোনো চিঠি-পত্ৰ নাই।"

বায়নে হাঁহি মাৰি ওৱাৰেণ্টখন জেপৰ পৰা উলিয়াই মদন বৰুৱাৰ হাতত দি কলে, "মই আপোনাৰ ঘৰ চাৰ্চ কৰিবলৈ বাধ্য হলো। কানৱিয়া ডাঙৰীয়াকো সেইখন চাবলৈ দিব।"

মিনতি ভিতৰলৈ গ'লগৈ। মদন বৰুৱাই কাগজখন কানৱিয়াক দি বায়নক লৈ ভিতৰলৈ সোমাই গ'ল। বায়নে পোন চাটেই মিনতি আৰু সুশীলা থকা কোঠাত সোমাই বাকচ কেইটা খোলাই আৰু বিচনা-পত্ৰ উদঙাই চাবলৈ ধৰিলে। অলপ পিচতে কানৱিয়াও তালৈকে সোমাই আহিল। বায়নে আচৰিত হৈ তেওঁলৈ চালে: কানৱিয়া বৰুৱাৰ ইমান বন্ধু নে যে জীয়েকহঁতৰ শোৱা কোঠালৈও

আহিব পাৰে ?

চিঠি-পত্ৰ একো নেপাই তেওঁ অলপ বিমোৰতো পৰিছিল। তথাপি আশা এৰি নিদি তেওঁ কলে, "বাৰু ব'লক অইন ঠাইতো চাওঁগৈ।"

কানৰিয়াই হঠাৎ জ্বলি-পকি উঠি কলে, "কি, ইমানতো আপুনি খুচী হোৱা নাই ? আপুনি যি চোভা কৰিছিল সিতো মিছা হ'ল, আপুনি পদ্ম বৰাৰ চিঠি নেপালে। নাই নাই নাই, আমি আৰু আপোনাক ছাৰ্চ কৰিবলৈ নিদিওঁ।" এই বুলি তেওঁ খঙতে বায়নৰ ওপৰত জপিয়াই পৰিব খোজা যেন কৰিলে।

বায়নে বিভলভাৰটো উলিয়াই লৈ গম্ভীৰ ভাৱে কলে, "দেশৰ আইনৰ নামত মই আপোনাক এতিয়াই ইয়াৰ পৰা ওলাই যাবলৈ কওঁ। আপোনাক মই এক মিনিট সময় দিলো।"

এনেতে বাহিৰৰ পৰা পয়োধৰ বৰুৱাই লৰালৰিকৈ আহি "আহা আহা যমুনালাল, এই চব কি কৰা" বুলি কানৰিয়াক টানি লৈ গ'ল।

বৰুৱা, বৰুৱানী আৰু ল'ৰা-ছোৱালী কেইটাৰ মুখ ভয়ত শুকাই গ'ল। বায়নে মুখেৰে একো নেমাতি বৰুৱাৰ কোঠাটো খানা-তালাচ কৰিবলৈ ধৰিলে। এটা আলমাৰিৰ ভিতৰত দুখনমান কিতাপ, ধোৱা যৰৰ পৰা অনা এজাপ কাপোৰ আৰু নানান টেবা, পুতলা আদি আছিল ; তাৰ ভিতৰৰ পৰা, কিতাপৰ খাঁৰত থকা, কাগজৰ টোপোলা এটা বায়নে উলিয়াই আনিলে। বেবিয়াই ধোৱা বাতৰি কাকতখন গুছাই দিয়াত এজাপ চিঠি ওলাই পৰিল। দুখন চিঠি উলিয়াই প্ৰেৰকৰ নামটো বায়নে পঢ়ি চালে ; তাৰ পিচত লেফাফা কেইটা লেখি চাই পুনৰ টোপোলা বান্ধি কামলাতিৰ তলত তলত ললে। তেওঁ ভিতৰ চোতালৰ ফালেও গৈ একো নযত্নকৈ চাই-চিত্তি ললে। তাৰ পিচত বাহিৰৰ কোঠাটোলৈ আহি চকি এখনত বহিল। বৰুৱাও আহিল। আনহী দুখন তেতিয়া তাত

নাছিল। বায়নে নোট বুকৰ পাত এখিলা কালি কিবা লিখি লিখি কলে, "চিঠিবোৰ আপুনি পুৰি পেলাব পাৰিলেহেঁতেন। কিন্তু নিশ্চয় আপোনাৰ স্ত্ৰীয়ৰীৰ পৰা বধ-শপত পাই পুৰি পেলোৱা নাই। এই দহ খন চিঠি মই লৈ গৈছো। পিচত ঘূৰাই পাব। এইখন ৰখিব। নমস্কাৰ।"

কাগজ টুকুৰা বৰুৱাৰ হাতত দি তেওঁ গহীন ভাবেই ওলাই গ'ল। মটৰ চাইকেলত উঠি তেওঁ থানালৈ বুলি যাত্ৰা কৰিলে। ট্ৰাঙ্ক ৰোডত উঠো উঠো কৰা অৱস্থাত গৈ থকা কানৰিয়া আৰু পয়োধৰ বৰুৱাক তেওঁ পাচ পেলাই থৈ গ'ল। কিন্তু কিবা ভাবি অলপ দূৰতে মটৰ চাইকেল ৰখাই নামি পৰিল। উভতি গৈ দুয়োকো লগ পালে। তেওঁলোকে ভয়ে ভয়ে তেওঁলৈ চালে। বায়নে কলে, "বৰুৱা ডাঙৰীয়া, আপুনি কোন খিনিত থাকে?"

"মই—মই হেৰিত, পাণবজাৰত থাকো, মানে বাপীবাৰীত। কিয় বাৰু?"

"জানি থলো। দৰকাৰ হব পাৰে।"

"চাওক মিঃ বায়ন, মোক মিছাতে এইবোৰত নেলেঠাব। আপুনিতো দেখিছেই, মই ভইৰাম বোলা নাই।"

বায়নে হাঁহি কলে, "আপুনি মিছাতে দুশ্চিন্তা কৰিছে। আপুনি এই মাত্ৰ বৰুৱাৰ ঘৰত হৈ যোৱা ঘটনাটো দেখিলেই। এই বিষয়ে কেতিয়াবা উল্লেখ কৰিব লগা হলে আপুনি সাক্ষী থাকিব লাগিব। বাৰু আহো।"

বায়নে দুপদুপাই মটৰ চাইকেলখনৰ কালে আগুৱাই গ'ল। কানৰিয়াই একো মাত মাতিছিল।

ৰাতি ন বাজ বজাত পিৰিশ বায়নে ঘৰতে বহি কমলিনীৰ লগত কথা পাতি আছিল। ঠাট্টা-মস্কৰা চলিছিল যদিও তেওঁলোকে স্বাভাৱিকতে কেছটোৰ কথাই আলোচনা কৰিছিল।

এনেতে বাহিৰত সুৰেন ডেকাই "গিৰিশ আছ ?" বুলি মাত দিলে। বায়নে দুৱাৰ খুলি দি "আহ ভাই" বুলি বন্ধুক আগ বঢ়াই আনি এখন চকিত বহিবলৈ দিলে। ডেকাই কমলিনীক দেখি সঙ্কোচ বোধ কৰিবলৈ ধৰিলে। তাকে দেখি বায়নে কলে, "এওঁৰ লগত চিনাকি কৰি দিওঁ দেই। কমলিনী বৰুৱা, ঘৰৰ মালিকৰ বৰ জীয়ৰী, থাৰ্ড ইয়েৰত পঢ়ে : সুৰেন ডেকা, ল ষ্টুডেণ্ট, মোৰ তই-তইকৈ-মতা বন্ধু, স্বৰ্গীয় পদ্ম বৰাৰ ওচৰতে থাকে।"

দুয়ো হাঁহি নমস্কাৰ কৰিলে।

ডেকাই কলে, "আক যে একো নকলি !"

কমলিনীয়ে কলে, "অঁ মৰো তাকেই ভাবিছো। যিহে মানুহ, মোক কিম্ভুত-কিমাকাৰ কিবা এটা সাজিব বুলিহে ভাবিছিলো।"

বায়নে কলে, "কলোহেঁতেন, পিচে মই বৰ ব্যস্ত, চিন্তিত। ৰবি, তই ভাবিছ কিজানি এওঁ এতিয়ালৈকে ইয়াত কিয় ? এওঁ-লোকৰ ঘৰটো লগা-লগি, এওঁ সেই বাবে দিনটোৰ ১২ ঘণ্টা মান ইয়াতে থাকেহি। পাৰিলে বাকী ১২ ঘণ্টাও থকাৰ মতলব আছে। বুজিছ নহয় ? বাক ক এতিয়া কি খবৰ আনিছ। যোৱা চোন কমলী চাহ তিনি কাপ দি যাবলৈ কৈ আহা। তই আলুকবাৰীৰ পৰা ক্লাছ কৰি আহিলি নেকি ?"

কমলিনী ওলাই গ'ল। ডেকাই কলে, "আজি আৰু যাবলৈ সময়কে নেপালো। তোৰ কামত ঘূৰোতেই গ'ল। কি পাবো গোটাই-পিটাই লৈ এই আহিছো আৰু। বৰ আওপকীয়াকৈ কথা-বোৰ উলিয়াব লগা হ'ল, নহলে মানুহে কিবা ভাবিব নহয়। সেই বাবে কেবা ঠাইতো ঘূৰিব লগা হ'ল।"

"চাবাচ।"

কমলিনীয়ে আহি কলে, "বামে চাহ বাকিবলৈ লৈছিলেই ; আহিব এতিয়া।"

"শুনা কমলী, সুৰেনেও মোৰ দৈহে ডিটেক্টিভগিৰি কৰি খবৰ গোটাই আনিছে।'"

বদনে চাহ আৰু অমলেট দি থৈ গ'ল। চাহ খাই খাই ডেকাই কবলৈ ধৰিলে :

"একে আষাৰে কবলৈ হলে, মানুহ দুজন অধন্য প্ৰকৃতিৰ," সুৰেন ডেকাই আৰম্ভ কৰিলে। ঘনশ্যাম কটকী আৰু মদনমোহন বৰুৱা ঘোৰ মদপী। প্ৰত্যেক দিনেই গধূলি মদ খাবই ; আৰু প্ৰায়েই একেলগে খাব। মদৰ শ্ৰেণীৰ বাচ-বিচাৰ নাই, মদ হলেই হ'ল ; ফুলী চাৰাপ বা লাওপানী হলেও আপত্তি নাই ; আকৌ দামী বিদেশী মদ পালে তাকো সমান আগ্ৰহেৰেই গ্ৰহণ কৰে।

স্বাভাৱিকতে প্ৰশ্ন উঠে, ইমান মদ খাবলৈ তেওঁলোকে পইচা পায় ক'ত? দেখাত তেওঁলোক চহকী নহয়। উপায়ুক্তৰ আদালতৰ দুয়ো সাধাৰণ কৰ্ম্মচাৰী হিচাপে কাম কৰে মাত্ৰ। ঠেকত পৰা গাৱঁৰ দুই-এক মানুহৰ পৰা মাজে-সময়ে হয়তো দুই-চাৰি টকা ভেটী খায়। কিন্তু সেয়ে যথেষ্ট হব নোৱাৰে। মানুহে কয়, যুদ্ধৰ দিনত তেওঁলোক লগ লাগি আওপকীয়া ভাৱে মিলিটেৰীৰ লগত অসৎ ব্যৱসায় কৰিছিল। বৰ বৰ ঠিকাদাৰ বা আন এজেণ্টৰ যোগেদি সামৰিক বিষয়ালৈ গণিকা সৰবৰাহ কৰি শ-শ টকা আৰ্জ্জন কৰিছিল ; টকাৰ উপৰি নিয়মীয়াকৈ মদো তেওঁলোকৰ ভাগ্যত পৰিছিল। যুদ্ধ ভগাৰ পিচত সেইবোৰ টকাকে ভঙাই খালে। কিন্তু যুদ্ধৰ টকা আৰু মদাহীৰ মিলন বাযধেনুৰ দৰেই ক্ষন্তেকীয়া। গতিকে কটকী আৰু বৰুৱাই আন উপায় অৱলম্বন কৰিবলৈ বাধ্য হ'ল।

কটকীৰ মাটি আছিল বহুত। তাকে মনে মনে একঠা দুকঠাকৈ বেচি খাবলৈ ধৰিলে। বৰুৱাৰ কিন্তু তাৰৰ অস্থাৱৰ কোনো সম্পত্তি নাছিল। গতিকে তেওঁ জীয়েক দুজনীকে লেখুৱাই ধন ঘটিবলৈ

আৰম্ভ কৰিলে। সেই কাৰণে বৰ জীয়েক সুশীলাক খিয়েটাৰ কৰিবলৈকো অনুমতি দিছিল। সুশীলাৰ এটা কেলেঙ্কাৰীও বোলে হৈ গৈছে। দুষ্ট প্ৰকৃতিৰ চহকী মানুহ বিচাৰি দিয়াত মাটিগিৰী কটকীয়ে বন্ধুক সহায় কৰিলে। মঙহৰ মোহ বৰ ডাঙৰ মোহ; সি হৰিণা পছুৰে হওক, গাভৰু ছোৱালীৰে হওক। গতিকে ধনস্বাৰ অভাৱ নহ'ল। তেওঁৰ ঘৰত দিনে-ৰাতিয়ে বাৰে-ৰবণীয়া মানুহৰ সমাগম হবলৈ ধৰিলে; ডেকা ল'ৰাও আদহীয়া মানুহো; মটৰ গাড়ীও আহিল, ৰিক্সাও ঘণ্টাৰ পিচত ঘণ্টা ৰৈ থকাহি হ'ল। প্ৰায়েই একেলা জনে পৰিয়ালটোক লৈ বনভোজ খাবলৈ বা চিনেমা চাবলৈ যায়। কেতিয়াবা অকল সুশীলা আৰু মিনতি যায় বজাৰ কৰিবলৈ একো জনৰ গাড়ীত। তেওঁলোকৰ, বিশেষকৈ সুশীলাৰ দৈহিক-মানসিক সতীত্বৰ ওপৰত কোনো মানুহৰে আস্থা নাছিল। ঘনশ্যাম কটকীৰ অৱশ্যে এই ফেৰা বদনাম নাই; তেওঁৰ ঘৰত গাভৰু ছোৱালীও নাই; থকা হ'লে নিশ্চয় তেওঁও সেই পথকে অনুসৰণ কৰিলেহেঁতেন। কিন্তু অধঃপাতে যোৱাত বন্ধুক "সহায়" কৰাত তেওঁ অকণো কাৰ্পণ্য নকৰিছিল।

সকলো "বন্ধু"ৰ পৰাই ধনস্বাই "ধাৰ" লৈছিল।

পদ্মলোচন বৰাও তেনে বন্ধুৰেই আছিল নেকি কোৱা টান। বোধহয় নাছিল। তেওঁৰ প্ৰকৃতি ডেকাই ভাল দৰেই জানে। তেনে হীনতালৈ তেওঁ কেতিয়াও নামি যাব নোৱাৰে। কিজানি মিনতিক সৰল ভাৱেই ভাল পাই তেওঁ ধনস্বাৰ ঘৰলৈ গৈছিল। কিন্তু তেওঁৰ পৰাও ধনস্বাই টকা ধাৰলৈ লৈছিল—কেৱা হেজাৰো বোলে। কিছু-মানক পদ্মই এই কথা নিজেই কৈছিল। অৱশ্যে সেই টকা যে তেওঁ ঘূৰাই খুজিব, এনে ভ্ৰূক্ষেপ দিয়া নাছিল, এনেয়ে সহায় কৰা ভাবতে দিছিল।

কিন্তু মানুহৰ ধাৰণা যে পদ্মৰ সৰলতাৰ সুযোগ লৈ ধনস্বাই

জীয়েকক বৰুৱাই তেওঁৰ হাতত গতাব খুজিছিল। কিন্তু যেতিয়া দেখিলে যে পদ্ম সিমান কেঁচা ল'ৰা নহয় আৰু তেওঁ মিনতি-তহে চকু দিছে, তেতিয়া পদ্মৰ ধাৰৰ পৰা আৰু পদ্মৰ পৰাও হাত সাৰিবৰ উদ্দেশ্যে বৰুৱাই তেওঁক বেয়া ব্যৱহাৰ কৰিবলৈ ধৰিলে। পদ্মই বোধহয় কথাটো বুজিছিল, সেই কাৰণে টকালৈ লালসা নকৰি, মিনতিক লাভ কৰাত কৃতকাৰ্য্য হবলৈকে, ধৈৰ্য্য ধৰি আছিল। অৱশ্যে মূৰকত একো নহ'লগৈ। পদ্ম নিজেও মৰিল, টকাও মৰা গ'ল।

সুৰেন ডেকাৰ বৰ্ণনা একান্ত মনে শুনি থকা মাৱন আৰু কমলিনীয়ে কিছু পৰ একো নেমাতিলে। কাহিনী শেষ কৰি ডেকাই এটা চিগাৰেট জ্বলাই ললে।

মায়নেও চিগাৰেট এটা জ্বলাই লৈ কলে, "মদন বৰুৱাৰ ঘৰত তেনেকুৱা দুজন 'বন্ধু'ক আজি মই লগ পাই আহিছো। এজন অসমীয়া ঠিকাদাৰ, আন জন কাঁচিবজাৰৰ ব্যৱসায়ী। দুয়ো জন আত্মীয়। সুৰেন, তুমি যে কৈছা—আৰু কমলীয়েও একে কথাকে শুনি আহিছে—যে টকা আদায় কৰাৰ পৰা হাত সাৰিবলৈকে মদন বৰুৱাই বুধি কৰি পদ্ম মৰাক ঘৰৰ পৰা বিদায় দিব খুজিছিল, তাৰ প্ৰমাণো মই আজি পাইছো। মিনতিলৈ দিয়া পদ্মৰ দুখন চিঠি মই আজি উদ্ধাৰ কৰি আনিছো। চিঠি দুখন মানৰ পৰা বুজা যায় যে মিনতিয়ে দেউতাকৰ কাৰ্কাট বুজিব পাৰিছিল আৰু সেই কথা *পদ্মলৈ লিখিছিল ; পদ্মই তাৰ উত্তৰত জনাইছিল যে টকা ঘূৰাই দাবী* কৰাৰ কথা তেওঁ ভবাই নাই, ঘূৰাই দিলেও দিব, নিদিলেও নাই।"

কমলিনীয়ে লাজতে মাতিব পৰা নাছিল। তথাপি এবাৰ কলে, "কি সাংঘাতিক মানুহ! নিজৰ জীয়েককো টকা লৈ বেচিব পাৰে"।

মায়নে কলে, "অৰ্থই সদাই অনৰ্থ ঘটাই আহিছে কমলী।

জীয়েক কিয় যৈনীয়েককো মানুহে টকাৰ কাৰণে আনক মাচিব পাৰে।"

সুৰেন ডেকা উঠিল। "মই যাওঁ গিৰিশ। বহুত ৰাতি হ'ল।"

ৰায়নে উঠি কলে, "এৰা, তই এতিয়া যোৱাই ভাল। কমলী, সুৰেনক মই কথা দিছিলো, মোৰ কামটো কৰি দিব পাৰিলে তাক ভালকৈ এসাজ খুৱাম। সি কথা ৰাখিলে। গতিকে এদিন তুমি এটা খানাৰ দিহা কৰিব লাগিব। পিচে এতিয়া নহয়, গোলমাল-বোৰ যাওক।"

তাই কলে, "কোনো কথা নাই।"

সুৰেন ডেকাই কমলীক নমস্কাৰ জনাই ওলাই গ'ল। ৰায়নো লগে লগে গ'ল। কমলিনী ঘৰলৈ গ'লগৈ।

আলিবাটত উঠি গিৰিশ ৰায়নে কলে, "সুৰেন, কাইলৈ আগ বেলা মই আকৌ পদ্মাইতৰ ঘৰলৈ যাম। ধৰ দহ বজা মানত। তই ৰাতিপুৱাই এটা ভাল কেমেৰা যোগাৰ কৰি থবি—খুব পাৱাৰ-ফুল। সেইটো লৈ, খুব বঢ়িয়াকৈ ড্ৰেছ কৰি যাবি, যেন বহুত ফটো তুলি তুলি ক'ৰবাৰ পৰা আহিলি, এনে ভাৱত চাৰে দহ বজা মানত তয়ো তালৈ যাবি।"

"কিয়? আকৌ কি খেল পাতিছ তই?"

"এতিয়া তোক একো নকওঁ। মোক জীৱেশ্বৰ ঘৰাৰ ফটো এখন লাগে। পাৰিলে ধনীৰামৰো এখন তুলিবি। মোৰ মনত নানান কথা খেলাইছে। এতিয়া তোক চব কব নোৱাৰো। তাতে মোৰ ধাৰণা ভুল হবও পাৰে। তই সাজু হৈ থাকিবি।"

দুয়ো যোৰ পুখুৰীৰ মাজৰ আলিটোৰেদি কিছু দূৰ আগ বাঢ়িল। ৰায়নে এবাৰ সুধিলে, "পদ্মাইতৰ উকীল কোন অ'?"

"নন্দ শৰ্মা। তেখেতৰ ঘৰলৈ পদ্মাক প্ৰায়েই যোৱা দেখিছিলো। কিয়নো ইয়ানকৈ যায় বুলি সোধাত এদিন সি কৈছিল যে নন্দ শৰ্মা সিহঁতৰ বহু দিনীয়া উকীল—মা-সম্পত্তিৰ তাৰক আইনৰ কামৰ

পৰা তেখেতেই কৰে।"

বায়ন বৈ গ'ল। ডেকাৰ গাত ধৰি কলে, "আহ চোন সুৰেন। মোৰ তাতে ভাত খাওঁগে ব'ল। এতিয়াই নন্দ শৰ্ম্মাৰ তালৈ যাব লাগিব।"

ডেকাই ভকিব পৰাৰ আগতেই বায়নে তেওঁক টানি লৈ গ'ল। বদনকো আচৰিত কৰি দি দুয়ো পাঁচ মিনিটতে ভাত খাই উঠিল আৰু লগে লগেই মটৰ চাইকেলত উঠি ধাপলি মেলিলে। ডেকাই বাট দেখুৱাই লৈ গ'ল।

কুমাৰপাৰাত নন্দ শৰ্ম্মাৰ ঘৰ পাওঁ পাওঁ হওঁতে শৰ্ম্মাৰ ঘৰৰ মুখৰ পৰা এখন মটৰ সিফাললৈ গুছি যোৱা তেওঁলোকে দেখিলে। মটৰ চাইকেল ৰখাই, শব্দ মাৰ যাওঁতে নেৰাওঁতেই বায়নে পাচ কালে বহি অহা ডেকাক কলে, "পদ্মহংসৰ মটৰ অ'।"

নামি পৰি ডেকাই সুধিলে, "কেনেকৈ জানিলি?"

"নম্বৰ প্লেটখন চাই। নহলে আন্ধাৰত কেনেকৈ জানিম? নিশ্চয় জীবেশ্বৰ বৰা আহিছিল।"

ভিতিয়া ৰাতি এধাৰ বাজি গৈছিল। দুয়ো নন্দ শৰ্ম্মাৰ ঘৰলৈ সোমাই গ'ল। বাহিৰৰ এটা কোঠাত লাইট জ্বলি আছিল। সেইটো নন্দ শৰ্ম্মাৰ অফিচ। দুৱাৰ খোলা আছিল। শৰ্ম্মাই বহি কাগজ-পত্ৰ চাই আছিল। দুয়ো দুৱাৰ মুখত থিয় দিলেগৈ। শৰ্ম্মাই মূৰ তুলি চালে।

"নমস্কাৰ!" বায়নে হাঁহি কলে, "আমি আহিব পাৰোনে?"

পুলিচৰ পোচাকটো এবাৰ ভালদৰে চাই লৈ চশমাযোৰ খুলি খদ্দৰৰ গেঞ্জি পিন্ধি থকা শকত-আৱত নন্দ শৰ্ম্মাই কলে, "আহক।"

দুয়ো সোমাই গৈ উকীলে নিৰ্দ্দেশ কৰা মতে সমুখৰ দুখন চকিত বহিল। শৰ্ম্মাই সপ্ৰশ্ন দৃষ্টিৰে তেওঁলোকলৈ চাই থাকিল।

গিৰিশ বায়নে হাঁহি মুখে কাকি দিবলৈ আৰম্ভ কৰিলে, "আপুনি বোধহয় মোক চিনিব পৰা নাই। মোৰ নাম গিৰিশ বায়ন, মই

পুলিচৰ এজন এছ্-আই। এওঁ মোৰ বন্ধু সুৰেন ডেকা, ল পঢ়ে। সেউতাৰ নাম কলে আপুনি মোক চিনি পাব নেকি। ভৱনাথ বায়ন, ৰিটায়ার্ড ই-এ-চি।"

নন্দ শৰ্ম্মাই গম্ভীৰ ভাৱে কলে, "তেখেতক অৱশ্যে চিনি পাইছিলো। কিন্তু তোমাৰ কথাতো মনত নপৰে।"

"আপুনি পাহৰিছে হব পায়।" বায়নে উৎসাহেৰে কবলৈ ধৰিলে: "সেউতাৰ ওচৰত মোক আপুনি কেবাবাৰো দেখিছে। মোৰ ভাল দৰেই মনত আছে। অৱশ্যে আপুনি মন নকৰিবও পাৰে, মই তেতিয়া যথেষ্ট সৰু আছিলো।"

শৰ্ম্মাই চশমাযোৰ পিন্ধি লৈ কলে, "হবও পাৰে। কিন্তু এই ৰাতিখন কিয় আহিলা?"

বায়নে বুজিলে, উকীল বৰ টান মানুহ। কথাৰে গলাব নোৱাৰি। পোনে পোনে কোৱাই ভাল। "বীৰেশ্বৰ বৰাৰ ডাঙৰ ল'ৰা পদ্ম-লোচন বৰাক কোনোবাই হত্যা কৰাৰ কথা নিশ্চয় আপুনি জানে। মই কেছটো তদন্ত কৰিছো। শুনিলো আপুনি তেওঁলোকৰ উকীল। তেওঁলোকৰ সা-সম্পত্তিৰ বিষয়ে দুটা মান কথা মই জানিব খোজো। আপুনি নিশ্চয় আইনৰ দৃষ্টি-কোণৰ পৰা সেইবোৰৰ তদাৰক কৰে। বীৰেশ্বৰ বৰাই সম্পত্তিৰ উইল-চুইল কৰি থৈ গৈছে নেকি? যদি কৰিছে তেন্তে সেই উইল কেনে ধৰণৰ? মই এইখিনি জানিব খোজো।"

নন্দ শৰ্ম্মাই একে গহীন সুৰতে কলে, "মই পদ্মলোচন বৰাক ৰিপ্ৰেজেণ্ট কৰো নে নকৰো সেইটো কব নোখোজো। আৰু হাতে, যদি কৰোও, তথাপি মক্কেলৰ গোপনীয় কথা আনক কবলৈ মই বাধ্য নহওঁ।"

"নহয় নহয়, আপুনি ভুল বুজিছে," বায়নে শেষ চেষ্টা কৰি চালে, "মই আপোনাক জোৰ কৰিব নোৱাৰো। (এই পিৰান উকীলবোৰক একো কবও নোৱাৰি, আইনৰ কি পেচ মাৰি দিয়ে

কি ঠিক!) মাত্ৰ ব্যক্তিগত ভাৱে আপোনাৰ অলপ সহায়হে বিচাৰিছো। হত্যাকাণ্ডটোৰ একো ক্লু মই বিচাৰি পোৱা নাই। সেই বাবে চাৰি-চুক মাৰি চাব খুজিছো। আপুনি ইচ্ছা কৰিলে কব পাৰে, নকলেও মই বেয়া নেপাওঁ।"

শৰ্ম্মাই নিঠুৰ হাঁহি এটা মাৰি কলে, "বেয়া নেপাওঁ বুলিছা যেতিয়া ধৰি লোৱা মই কব নোৱাৰিমেই।"

গিৰিশ বায়ন উঠিল ; ডেকাও। বায়নে তেতিয়াও হাঁহি কলে, "ভাল তেন্তে উঠো। আমনি দিয়া বাবে যেন বেয়া নেপায়।"

নন্দ শৰ্ম্মাই মাত্ৰ হাঁহি মাৰিলে।

বায়ন আৰু ডেকাই নমস্কাৰ জনাই দুৱাৰৰ পিনে খোজ ললে। দুৱাৰৰ ওচৰৰ পৰা উভতি চাই বায়নে সুধিলে, "জীৱেশ্বৰ বৰা বাৰু আজি আপোনাৰ ইয়ালৈ আহিছিল নেকি ?"

"ইয়ং মেন!" উকীলে শেষ আঘাতটো দিলে, "মানুহ এটাক শ্বেডো কৰিবলৈ লগাই নিদিয়া কিয় ?"

বায়নে আৰু একো নেমাতি আকৌ এবাৰ নমস্কাৰ জনাই খটখটীয়েদি নামি গ'ল।

মটৰ চাইকেলেৰে ওলটোতে বায়নে কলে, "ক্লু বৰ টেঙৰ অ' স্নুৰেন। এযাৰ কথাও উলিয়াব নোৱাৰিলো।"

"নন্দ শৰ্ম্মাই উইল-চুইলৰ কথা চব জানে নহয় ?"

"জানে মানে ? এই শিয়ালটোৰ হাতত্তে নিশ্চয় উইলখন আছে। নেদেখাওঁ বুলিছে যেতিয়া নেদেখায়েই আৰু। জীৱেশ্বৰ বৰাই আহি নিশ্চয় এইবোৰ বিষয়ে কাকো একো নকবলৈ কৈ গ'লহি। উকীলে পাৰ্টিৰ কথা ৰাখিবই। আমাৰ অলপ পলম হৈ গ'ল অ', নহলে উকীলক পটাব পৰা গ'লহেঁতেন।"

"তোৰ চব গাঁজা অথলে গ'ল।"

বায়নে একো নেমাতিলে।

# ৭

খানাৰ পৰা দহ বজা মানত গিৰিশ বায়ন ওলাই হিলছাইডলৈ মটৰ চাইকেলেৰে গ'ল। ক্ষন্তেক সুৰেন ডেকাৰ তাত সোমাই গ'ল। ডেকাই বাকচৰ পৰা পেণ্ট-ছাৰ্ট এযোৰ উলিয়াই বিচনাত থৈছিল। এটা অকমাণি কেমেৰা আঠুৱাৰ খুঁটিত উলমি আছিল।

বায়নে সুধিলে, 'তই ৰেডী হৈছ? বেছ। কেমেৰা কাৰ পৰা আনিলি? ভালনে?"

"বলী। বন্ধু এজনৰ পৰা আনিলো।"

"ফটো তুলিব জানতো?"

"মানে? তই ভাব নেকি যে সুৰেন ডেকা কেঁচা মানুহ? গুৱাহাটীৰ ধুনীয়া ছোৱালী এজনী দেখুওৱা চোন যাৰ ফটো মই তোলা নাই—যদিও লোকৰ কেমেৰোৰে?"

"ছোৱালী ধুনীয়াৰে বাৰু ফটো তুলিলি, কিন্তু ফটো ভাল হৈছে নে নাই সেইটোহে প্ৰশ্ন। বাৰু যাওক সেইবোৰ। ইমান ফটো লোকৰ কেমেৰাৰেই তুলিছ যেতিয়া চিন্তাৰ কাৰণ নাই। ফিল্ম-তিল্ম আছে নে নাই ভালকৈ চাই লবি আকৌ এবাৰ। ফটো মোক লাগেই। ৰাতিৰ ভিতৰতে যেনেকৈ পাৰ ডেভেলাপ আৰু প্ৰিণ্ট কৰাই লৈ যাবি।"

বায়ন ওলাই গ'ল। ডেকাই সাৱধানে কাপোৰ-কানি পিন্ধিবলৈ ধৰিলে।

বুঢ়া আগ দিনাৰ দৰেই ভিতৰ ফালে বাৰান্দাত বহি আছিল। তালৈকে বায়নক আগ বঢ়াই লৈ গ'লহি। আন মানুহ কোনো নাছিল। গাৱঁৰ মানুহ কেইজন ৰাতিপুৱাই গ'লগৈ। মৃতদেহ ৰাতি নৱগ্ৰহ শ্মশানত সৎকাৰ কৰা হ'ল। ৰাজীৱলোচন নেপালেহি। তেওঁৰ হোটেলৰ পৰা এখন টেলিগ্ৰাম আহিছে যোলে ৰাজীৱ নাই,

মাদ্ৰাজলৈ গৈছে, তেওঁক টেলিগ্ৰামেৰে সংযোগ কৰিবলৈ যত্ন কৰা হৈছে—সোনকালে লগ পোৱাৰ আশা কম।

জীৱেশ্বৰ বৰাই কলে, "গতিকে টেলিগ্ৰামখন গধূলি পোৱাৰ পিচত আমি শটো সৎকাৰ কৰি পেলোৱাই উচিত বিবেচনা কৰিলো।"

"ভালেই কৰিলে।" বায়নে মাহেকৈক শলাগিলে।

উজ্জ্বল ৰ'দ ওলাইছিল। চকু চাট মাৰি ধৰে। পাকঘৰৰ পৰা ওলাই অহা ধনীৰামলৈ ৰ'দৰ প্ৰকোপত কোনো মতে হে চাই বুঢ়াই কলে, "চাহকে অলপ কৰ ধনীৰাম। বোপাক ভালদৰে জলপান এটা দে।"

ক্ষীণ প্ৰতিবাদৰ সুৰত বায়নে কলে, "চাহ নহলেও হয়।" যেনে-তেনে সুৰেন ডেকা অহালৈ সময় খিনি কটাব লাগিব। গতিকে বায়নে শ্ৰাদ্ধৰ আয়োজন কৰা সম্পৰ্কে কথা উলিয়ালে। বুঢ়াই কলে, "আমি হলো মাহেকীয়া। আমাৰ বংশত সদাই মাহেকীয়া-কৈয়ে চুৰা শুচাই অহা হৈছে। পোনাইতে দাদাৰ বেলিকাও তাকেই কৰিছিল বোলে।"

"তেনেহলে তেনে দৰেই কৰা ভাল। কিবা কৰিব লগা হলে আমাকো কব, আমি সহায় কৰি দিম। জানেই নহয়, পদ্ম আমাৰ কাছ কেও আছিল। এই অশুভ ঘটনাত আপোনালোকতকৈ আমিও কম দুখ পোৱা নাই।"

বুঢ়াই করুণ ভাৱে কলে, "সেইটো মই বুজিছো বোপা। তোমালোকেতো সহায় কৰিব লাগিবই। কাৰণ ইয়াত পোনাৰ বন্ধু-বান্ধৱৰ বাহিৰে আমাৰ আপোন মানুহ কোনোৱেই নাই।"

এনেতে বাহিৰৰ কোঠাটোৰ পৰা পদ্মৰ কোঠাৰ মাজেদি কোনোবা অহা শুনা গ'ল। দুয়ো ঘূৰি চাই সুৰেনকে সাজ-পাৰ কৰি, চুলি-মুখ চুচি-মাজি, কান্ধত কেমেৰা ওলোমাই লৈ আওৱাই অহা সুৰেন

ডেকাক তেওঁলোকে দেখিলে। "কি অ'?" বায়নে হাঁহি মাত লগালে, "কেমেৰা-স্কন্ধে দেখোন? ফটো তুলিছ নেকি?"

বুলাই 'ওচৰৰ ফলিড' চকি এখন দুই দি কলে, "আহা সুৰেন বোপা। ক'ৰ পৰা?"

চকি খনত বহি সুৰেন ডেকাই উৎফুল্লভাৱে কলে, আজি কিবা মন গ'ল গুৰা, বাতিপুৱাই ফটো মৰা অভিযানত ওলালো। চান-মাৰীৰ পিনে গৈ বহু দূৰ পালোগৈ। এই পিনেদি আহোঁতে গিৰিশৰ মটৰ চাইকেলখন দেখি বোলো ময়ো সোমাই যাওঁ।"

বায়নে বাঙীৰক বিচাৰি নোপোৱাৰ খবৰটো ডেকাক দিলে আৰু তেওঁলোকে শ্ৰাদ্ধৰ বিষয়ে কৰা আলোচনাৰ কথাও কলে। তাৰ পিচত অলপ সময় কাৰো মুখত মাত-বোল নাই। তাৰ পিচত বুলাই চিএঞৰি কলে, "ধনীৰাম, চাহ দুকাপ দিবি, এই সুৰেন বোপাও আহিছে।"

সুৰেন ডেকাই অলপ বায়নৰ ফালে বেঁকা হৈ অনুচ্চ সুৰত, কিন্তু বুলাই শুনাকৈয়ে, কলে, "খুৰাৰ এই কৰুণ মূৰ্ত্তিটো কিন্তু এটা ষ্টাডীৰ বস্তু হব গিৰিশ। মন কৰিছনে?"

বায়নে বিশেষ ঔৎসুক্য দেখুৱাই বুলাৰ মুখলৈ চালে। বুলাই সুধিলে, "কি কৈছা?"

বায়নে কলে, "আপোনাক বোলে সাক্ষাৎ শোকৰ প্ৰতিমূৰ্ত্তি যেন দেখা গৈছে—বোলে আপুনি এটা অবজেক্ট অৱ ষ্টাডী হৈ উঠিছে। সুৰেন, তোল না এখন।"

সুৰেন ডেকা উঠিলেই।

ভালেই হৈছে নে বেয়াই হৈছে বুলাই ধৰিব নোৱাৰিলে। ডেকা দুজনৰ তোষামোদৰ কোনত তেওঁ বিষাদৰ প্ৰতিমূৰ্ত্তিটো নষ্ট কৰিব নুখুজি যেনেকৈ আছিল তেনেকৈয়ে বহি থাকিল। প্ৰথৰ নৰ্ত্তাই পোহৰোৱা সেই মূৰ্ত্তিটোৰ পিনে চাই সফল অভিনেত্ৰ সুৰেন ডেকাৰ

ধাৰ কৰা ৰলীটোৱে ক্লিক্ কৰি উঠিল। "কাইলৈকে আপুনি দেখিবলৈ পাব খুৰা, কি ফটো আপোনাৰ মই তুলিছো।" ফটো-গ্ৰাফাৰে নিজেই নিজৰ প্ৰশংসা কৰিলে।

ঠিক সেই সময়তে এখন ট্ৰেত দুকাপ চাহ আৰু দুভাগ মিঠাই লৈ পাকঘৰৰ পৰা ধনীৰাম ওলাই আহিল। সি এটা বগা পায়জামা আৰু এটা শোতো গেঞ্জি পিন্ধি আছিল। সাৱধানে ৰ'লটো বাই খুৰাই তাৰ কাণে চাই ডেকাই-কলে, "ঠিক সময়তে আহিছ ধনীৰাম। আমি খুৰাৰ সাংঘাতিক ফটো এখন তুলিলো এই মাত্ৰ। তোৰো এখন মাৰো নেকি?"

ধনীৰামে ট্ৰেখন টিপয় এখনত থৈ পোন হৈ লাজকুৰীয়া হাঁহি এটা মাৰি কলে, "নাই নেলাগে!"

"চাওঁ ৰ'বা।" বুলি যেন উৎসাহৰ আতিশয্যতে ডেকাই ধনী-ৰামক অলপ আঁতৰলৈ নি নিচেই ওচৰৰ পৰা বাহিৰ ফটো এখন লবলৈ এক্সপজাৰ দিলে। বুঢ়াকো হৰা যেন দেখি ধনীৰামে লাজ কৰি লৰালৰিকৈ পাকঘৰৰ ভিতৰলৈ গুচি গ'ল।

তাৰ পিচত দুই বন্ধুৱে চাহ খাবলৈ ধৰিলে। চাহ খাই খাই, যেন হঠাতে উপলব্ধি কৰি, ডেকাই কলে, "খুৰাই আৰু' বেয়া নেপাব, আপোনাৰ দুখৰ দিনত আমাৰ এইবোৰ ধেমালি বৰ ঠিক হোৱা নাই। আমি পাহৰি যোৱাৰ নিচিনাই হৈছে।"

বুঢ়াই কলে, "নাই নাই বোপা, মই বেয়া পোৱা নাই। এইটো একো কথাৰ কথা নহয়। তোমালোকৰ সহায়-সহানুভূতিৰ কথানো মই বুজি পোৱা নাইনে?"

ধনীৰামে দিয়া মছলা খাই দুয়ো বিদায় ললে আৰু বাজীৰ আহি পালে আকৌ আহিব বুলি কলে। বটাৰ পৰা মছলা লওঁতে বাৰনে সুধিলে, "ধনীৰামৰনো ঘৰ ক'ত? তুমি কামৰূপৰ নিশ্চয় নোহোৱা?"

"হয়, মোৰ ঘৰ নাহৰকটীয়া-জয়পুৰৰ পিনে।"

"এইখিনি পালাহি কেনেকৈ ?"

জীৱেশ্বৰ বৰাই মাত লগালে, "মই বৰ্মাৰ পৰা আহি ঠিকা কৰিবলৈ লওঁতে ইয়াক পাইছিলো। তেতিয়া বহুত দিন আছিল মোৰ লগত। আজি কিছু দিন আগতে আকৌ মোক বিচাৰি ওলাইছেহি।"

"আই ঐ দেহি! মৰম এৰিব পৰা নাই।"

বুঢ়া আৰু ধনীৰামে অলপ অলপকৈ হাহিলে।

বায়ন আৰু ডেকা দুয়ো ওলাই গ'ল। এনেয়ে ইটো-সিটো কথা পাতি দুয়ো তলৰ আলিলৈ নামি গ'ল। আলিটো পাই এবাৰ টেলটো চাই দেখে বুঢ়াই দুৱাৰ মুখত থিয় হৈ একেথৰে তেওঁলোকলৈ চাই আছে। বায়নে জেপৰ পৰা ৰুমাল এখন উলিয়াই জোকাৰিলে। অলপ পলমকৈহে বুঢ়াই নিস্তেজ হাত এখন দাঙিলে।

বায়নে কলে, "বুঢ়াৰ নিশ্চয় সন্দেহ হৈছে।"

"কিন্তু আমাকতো ফটো তুলিবলৈ দিলে ?"

"প্ৰথমে নিশ্চয় একো ভবা নাছিল। কিন্তু ধনীৰামৰ খা-খবৰ লওঁতে নিশ্চয় বুঢ়া সজাগ হ'ল। মন কৰিছি নে নাই, বুঢ়াই ধনীৰামৰ পৰিচয় নিজেই দিবলৈ ললে ?"

ডেকাই বুজিব নোৱাৰি কলে, "কিন্তু ধনীৰামৰ পৰিচয় আৰু বুঢ়াৰ ভয়, এই দুটাৰ মাজত কি সম্বন্ধ ?"

"মইয়ো তাকেই বিচাৰিব খুজিছো। মনে মনে থাক।"

তেওঁলোক গেৰেজৰ ওচৰ পাইছিলগৈ। ড্ৰাইভাৰক মাত লগাই মটৰ চাইকেলত উঠি তললৈ নামি গ'ল।

ঘৰৰ ওচৰত ডেকাক নমাই দি অনুচচ সুৰত বায়নে কলে, "ফটোৰ কপিবোৰ তই বিমান পাৰ সোনকালে কৰাই মোক দিবিগৈ। বেছিকৈ কপি কৰিবি। মোক গোটেইখিনি দি নিদিবি, এককপি

ৰাখিবি—বুঢ়াৰ ভালৈ যাব যদি দেখুৱাবি। সুবিধা পাব যদি কবিও যে মই ফটো দেখাই নাই—লোৱাতো নাৱেই। মই আজি ৰাতি নহলে কাইলৈ পুৱা আপাৰ আসামলৈ যাম।"

"কিয় ?"

"জৰুৰী কাম আছে।"

"এই ফটোৰে কি কৰিব খুজিছ ?"

ৰায়নে আৰু স্বৰ নমাই কলে, "বাৰ্ত্তালৈ পঠাম। বুঢ়াৰ অতীত সম্বন্ধে মোৰ অলপ সন্দেহ আছে। সঠিক খবৰ মই পাব খোজো।"

"বুঢ়াৰ ওপৰতে তোৰ সন্দেহ নেকি ?"

"মোৰ কাৰো ওপৰত সন্দেহ নাই: আৰু সংশ্লিষ্ট সকলোৰে ওপৰতে সন্দেহ আছে। ইয়াৰ পৰা যি বুজ বুজি ল। কালি ৰাতি—বহুত ৰাতি, মনত ৰাখিবি—বুঢ়া নন্দ শৰ্ম্মাৰ ভালৈ যাওঁতেই, উকীলে আমাক একো কব নোখোজা কাৰণেই বুঢ়াৰ ওপৰত সন্দেহ ওপজিছে। কাৰণ মইতো পদ্মৰ সম্পত্তি আত্মসাৎ কৰিব খোজা নাছিলো! হয়তো সম্পত্তিৰ বিষয়ে এনে কথা ওলাই পৰিব পাৰে যাৰ পৰা লোকচানৰ আশঙ্কা আছে—ফেমিলীৰ বদনামৰ কথাও হয়তো তাৰ পৰা ওলাই পৰিব পাৰে, যিটো বুঢ়াই নিবিচাৰে, কিন্তু মই বিচাৰো।"

অবাক হৈ যোৱা ডেকাক ফটো কেখনৰ কথা আকৌ সোঁৱৰাই দি ৰায়ন গ'লগৈ।

সেইদিনা আবেলি এহ্-পি বিনোদ কুকনৰ সৈতে গিৰিশ ৰায়নে এঘণ্টা মান ধৰি আলোচনা কৰিলে। ৰায়নে কলে যে চৰকাৰৰ যোগেদি জীৱেন্দ্ৰৰ বৰাৰ ফটো এখনৰ সৈতে এটা বিৱৰণ দি, তেওঁ নিজে কোৱা কথাখিনি লিখি, তাৰ সত্যাসত্য সম্বন্ধে বাৰ্ত্তা গৱৰ্ণমেণ্টক সুধি পঠাব লাগে; যদি সেইবোৰ সত্য নহয় তেন্তে এইজন ভাৰতীয়ই

বেঙ্গুনত কটোৱা সুদীৰ্ঘ কালছোৱাৰ বিষয়ে যিমান পাৰি সোনকালে—ৰবা হওক দুদিনৰ ভিতৰতে—জনাই পঠাবলৈ কব লাগে।

"তাৰ মানে জীৱেশ্বৰ বৰাৰ ওপৰত তোমাৰ সন্দেহ হৈছে নেকি?" ফুকনে সুধিলে।

"সন্দেহ মোৰ বহুতৰে ওপৰত হৈছে ছাৰ। জীৱেশ্বৰ বৰাৰ নিজ মুখৰ কথাৰ লগত আচল কথাৰ সঙ্গতি কিমানখিনি আছে মই চাব খোজো। সেই মিল-অমিলৰ ওপৰত আমাৰ ভৱিষ্যৎ কাৰ্য্যপন্থা নিৰ্ভৰ কৰিব।"

অলপ পৰ ভাবি বিনোদ ফুকনে কলে, "বাৰু হব গিৰিশ, এইখিনি কাম মই কৰাই দিম। মই আই-জিলৈ এতিয়াই ফোন কৰিম, দৰকাৰ হলে চেণ্ট্ৰেল ইণ্টেলিজেন্সৰ লগত আলোচনা কৰিম আৰু হোম মিনিষ্টাৰকো কম। তুমি ফটো একপি মোক দিবা, মই কাইলৈকে ডিচপাচ কৰাই দিম। বাৰ্ম্মা গৱৰ্ণমেণ্টে ক'অপাৰেট কৰিলে কামটো সহজেই হৈ যাব। অৱশ্যে কিমান দিন লাগে কব নোৱাৰো।"

বায়নে কলে, "মই জানো ছাৰ, আপোনাৰ সহায় মই পামেই আৰু আপোনাৰ সহায় পালেই মোৰ কাম ভালেখিনি সহজ হব। ফটোৰ কপি আজি ৰাতিয়েই বা কাইলৈ ৰাতিপুৱাই আপোনাৰ হাতত পৰিবহি।"

কিবা ভাবি বায়নক বৈ থকা দেখি ফুকনে তেওঁলৈ চাই সুধিলে, "আৰু কিবা কবা?"

"হয় ছাৰ। মই আজি ৰাতিয়েই নাইবা কাইলৈ ৰাতিপুৱাতে উজনি অসমলৈ যাব। এই কেছটোৰ বিষয়েই অলপ ইনভেষ্টিগেট কৰিব লগা আছে। মই যিমান পাৰো সোনকালেই উলটি আহিম। ইতিমধ্যে আপুনি অ'-চিক কৈ মদনমোহন বৰুৱা আৰু কাচী বজাৰৰ মনুলাল কানৰিয়াক গ্ৰেপ্তাৰ কৰাব লাগে—কানৰিয়া হৈছে চোৰাং-

লাল যমুনালাল কানৰিয়া ফাৰ্ম্মৰ মালিক। ৰকৰাই মোৰ পৰা দৰকাৰী কথা লুকুৱাইছিল আৰু তেওঁৰ ঘৰতে কানৰিয়াই মোৰ ডিউটীত বাধা দিছিল—এনে ধৰণৰ চাৰ্জ ফ্রেম কৰি গ্রেপ্তাৰ কৰিব লাগিব। বেইলত দিব, কোনো কথা নাই, কিন্তু গ্রেপ্তাৰ কৰিব লাগে। বাতৰি কাকতত কথাটো প্রকাশো কৰাব লাগে, যাতে প্রচাৰ হয়—চাৰ্জৰ কথা কব নেলাগে, পদ্মলোচন হত্যাকাণ্ডৰ সংক্রান্তত বুলি কলেই যথেষ্ট হব।"

"বুজিছো", ফুকনে কলে, "তুমি এটা বাট লবলৈ থিৰ কৰিছা।"

"আপোনাক বহলাই কবৰ আৱশ্যক নাই ছাৰ।"

"তুমি যোৱা, মই চব ঠিক কৰি দিম।"

গিৰিশ বাযনে চালাম কৰি ওলাই আহিল। ফুকনে ফোনটো দাঙি ললে।

বাতি চাৰে ন বজা মানলৈকে সুৰেন ডেকা নহা দেখি বায়ন অলপ চিন্তিত হ'ল। ঘৰতে কমলিনীৰ লগত কথা পাতি আছিল যদিও শেষলৈ তেওঁ কথাত মন দিব নোৱাৰা হ'ল। তাই নানান ধেমেলীয়া কথাৰে তেওঁৰ মনোযোগ আকৰ্ষণ কৰিবলৈ চেষ্টা কৰেহে হয়, তেওঁ কিন্তু ফটো দুখনৰ কথা পাহৰিবকে পৰা নাই। দহ বাজিল। বায়নে উচপিচাবলৈ ধৰিলে। বাতি এঘাৰ বজাত ট্রেইন। আজি আৰু যোৱা নহব। কমলিনীক বহি থাকিবলৈ কৈ তেওঁ মটৰ চাইকেলেৰে পাণবজাৰ পালেগৈ। কেৰাখনো ফটোগ্রাফাৰৰ দোকানত ঘূৰিও সুৰেন ডেকাৰ খবৰ উলিয়াব নোৱাৰিলে। এপাক ঘৰতো চাই আকৌ যেতিয়া যোৰ পুখুৰীলৈ নিৰাশ মনেৰে উলটি আহিল তেতিয়া সুৰেন ডেকা তেওঁৰ ঘৰতে বহি আছিল: ধীৰেশ্বৰ ৰৰা আৰু ধনীৰামৰ ফটোৰ চাবিটাকৈ কপি এখন খবৰ কাগজত পেলাই টেবুলৰ ওপৰত থোৱা হৈছে, যাতে সোনকালে শুকাই যায়।

"ধেৎ তই বৰ দিগদাৰী কৰিলি সুৰেন। মই গোটেইখনতে বিচাৰি ফুৰিছো।"

ডেকাই হাঁহি কলে, "মোক বিচাৰি যোৱাৰ কথাতো নাছিল!"

"কিন্তু মই আজি ৰাতি যোৱাৰ কথা আছিল। এতিয়া আৰু সময় নহব। তই ক'ত আছিলিগৈ?"

ৰায়ন ৰহিল আৰু একান্ত মনে ছবি কেইখন চাবলৈ ধৰিলে। সুৰেন ডেকাই কলে, "পাণবজাৰত এইবোৰ কৰিলে সোনকালে ধৰা পৰাৰ ভয়। সেই কাৰণে টকোবাৰীৰ পিনে এটা চিনাকি ষ্টুডিঅ'ত এইবোৰ কৰাই আনিলো। সিইঁতৰ বহুত কাম। বৰ কায়দাৰেহে কৰাই আনিছো। সঁচা কথা কবও নোৱাৰি।"

ৰায়নে মুগ্ধ দৃষ্টিৰে বন্ধুলৈ চাই থাকিল। তাৰ পিচত কলে, "তই ঠিক কামেই কৰিছ সুৰেন। কমলী, যোৱাচোন বদনক কোৱাগৈ দুজনৰ ভাত দিবলৈ।" কমলিনী গ'ল।

সুৰেনে কলে, "তইঁতৰ ভাগৰ ভাত মই খালে অসুবিধা নহব জানো?"

"নহয়। কাৰণ মই কাক কেতিয়া ভাত খাবলৈ লওঁ একো ঠিক নাই। গতিকে বদনে জানে। এটা কথা। মই নিচেই ৰাতিপুৱাতে যাম—এখন গাড়ী ৰাতিপুৱা যায়। তই জীৱেশ্বৰ ৰৰাৰ একপি ফটো ৰাতিপুৱা এচ্-পিক দিবিগৈ—মই দি থৈ গৈছো বুলি কবি। ৰৰাৰ একপি আৰু ধনীৰামৰ একপি তই লৈ যা—লাগিলে দেখুৱাবি। বাকীখিনি মোৰ হাততে থাকক।"

কমলিনী আৰু বদনে ভাত আনিলে। দুই বন্ধুৱে খালে।

ৰাতি শুবৰ সময়ত ৰায়নে আটাইবোৰ ফটো উলিয়াই জুমি জুমি চাবলৈ ধৰিলে। বীৰেশ্বৰ, জীৱেশ্বৰ আৰু পদ্মৰ মুখৰ চেহেৰাত মিল দেখা যায়, যদিও সামান্য।

# ৮

গিৰিশ বায়ন যেতিয়া তিনিচুকীয়াত নামিলগৈ তেতিয়া ৰাতি তিনি বাজি গৈছিল। এই ৰেলযাত্ৰাত তেওঁৰ বৰ ভাগৰ আৰু আমনি লাগিছিল। পেচেঞ্জাৰ ট্ৰেইনত আহি যে ভুল কৰিলে তেওঁ বেছ বুজিলে, তাতকৈ কিছু পৰ বৈ এক্সপ্ৰেছত অহাই ভাল আছিল। সময় বচাবলৈ গৈ সময় বেছিহে খৰচ হ'ল। নিজৰ ওপৰতে তেওঁৰ অলপ খং উঠিল। কিন্তু গতস্য শোচনা নাস্তি বুলি বিৰক্ত মহৰলৈ চেষ্টা কৰি তেওঁ ওৱেটিং ৰুমত থকা এখন প্ৰকাণ্ড ওভেল টেবুলত বিচনা পাৰি শুবলৈ চেষ্টা কৰিলে। অলপ ভোক লগা যেন পাই চাহৰ দোকানত শকতকৈ জলপান এটাবে চাহ খাই আহি তেওঁ দীঘল দিলে। চিগাৰেট এটা খাই খাই তেওঁ যোৱা কেই দিনৰ বাস্তৱতা সম্বন্ধে ভাবি থাকোতে টোপনি অহা যেন পাই চিগাৰেটটো পেলাই চকু দুটা জোৰ কৰি মুদি দিলে।

তেওঁ যেতিয়া সাৰ পালে তেতিয়া চাৰে আঠ বাজিছিল। লৰা-লৰিকৈ উঠি বিচনাখন বান্ধি তেওঁ মুটিয়া এটাক মাতিলে। বাহিৰলৈ ওলাই দেখিলে তিনিচুকীয়া খনৰ বহুত পৰিবৰ্ত্তন হৈছে। কেই বছৰ মান তেওঁ ইয়ালৈ অহা নাছিল। ষ্টেশানৰ বাহিৰতে প্ৰধান পথৰ সিপাৰে বহুত ডাঙৰ ডাঙৰ ঘৰ হৈছে আৰু তাত ভাল ভাল দোকান, হোটেল-ৰেস্তোৰা হৈছে। অ'ভাৰব্ৰিজেদি পাৰ হৈ বায়নে হোটেল এটাৰ ওপৰ মহলালৈ গ'ল। অকলশৰীয়া সৰু কোঠা এটা তেওঁক দিয়া হ'ল। তেওঁৰ গাত পুলিচৰ পোছাক নাছিল। সেই বাবে হোটেলৰ মানুহে তেওঁক এজন সাধাৰণ আলহী হিচাপেই গ্ৰহণ কৰিলে। বায়নে ভালেই পালে। তেওঁ গোপনেই থাকিব বুজিছিল।

মুখ-হাত ধুই তেওঁ প্ৰথমে চাহ খালে। তেতিয়া মেনেজাৰৰ বাহিৰে টেবুলবোৰত আন কোনো মানুহ নাছিল। হোটেলৰ বাসিন্দা-সকল নিশ্চয় চাহ খাই কেতিয়াবাই ওলাই গ'ল। বাহিৰৰ গ্ৰাহক তেতিয়া কোনো নাছিল। বায়নে ভালেই পালে।

তেওঁ মেনেজাৰক সুধিলে, "এতিয়া ইয়াৰ থানাৰ ইন্‌চাৰ্জ্জ কোন জনেনে? কিছু দিন আগতে মোৰ সম্বন্ধীয় মানুহ এজন আছিল।"

মেনেজাৰে কলে, "বোধহয় ধৰ্ম্ম বৰুৱা আছে।"

"এ হয় নেকি? তেখেতকে মই বিচাৰিছো—মোৰ অলপ ৰিলেশ্যন হয়। আহিছো যেতিয়া এবাৰ দেখা কৰি যাবই লাগিব, কি কয়?"

মেনেজাৰে ব্যৱসায়ী হাঁহিটো মাৰিবলৈ চেষ্টা কৰি কলে, "হয়। আপুনি ক'ৰ পৰা আহিছে?"

"গুৱাহাটীৰ পৰা। মাকুম, ডিগবৈ আৰু ডিব্ৰুগড়ত মোৰ কাম আছে। গতিকে ইয়াতে ৰৈছোঁ—ইয়াৰ পৰাই ইফালে সিফালে যাম। মাকুম ইয়াৰ পৰা কিমান দূৰ?"

"পাঁচ মাইল।"

তাৰ পিচত বায়ন গা ধুবলৈ গ'ল। ডাড়ি খুৰাই গাটো ভালকৈ ধুই লওঁতে প্ৰায় দহ বাজিবৰে হ'ল। তেওঁ ভাত খাই উঠি হোটেলৰ পৰা ওলাল। তেওঁ মাত্ৰ সাধাৰণ পেণ্ট-ছাৰ্ট পিন্ধি ওলাইছিল। চিগাৰেট হুপি হুপি লাহে লাহে গৈ তেওঁ থানা ওলালগৈ। কিন্তু ধৰ্ম্ম বৰুৱাক লগ নেপালে; ছেকেণ্ড অফিচাৰৰ পৰা জানিব পাৰিলে যে অ'-চি একালে দূৰলৈ তদন্তত গৈছে। আজিয়েই উলটি আহিব। কিন্তু কেতিয়া পাবহি একো ঠিক নাই। আগবেলাতে অহাৰ আশা নাই।

বায়ন অলপ নিৰাশ হ'ল। ধৰ্ম্ম বৰুৱা আপোন মানুহ কাৰণে

তেওঁৰ বাহিৰে আনক তেওঁ উদ্দেশ্যৰ কথা জনাব নোৱাৰে। বীৰেশ্বৰ ৰবাৰ বিষয়ে আৰু তেওঁ আগতে চলোৱা বাগিচাখনৰ বিষয়ে কিছু কথা জানি লব খুজিছিল। তাৰ বাহিৰে উপায়ো নাই। বাগিচা-খনলৈ কি কাৰণে যাব খুজিছে?—এনে প্ৰশ্নৰ উত্তৰ তেওঁ যাকে-তাকে দিব নোখোজে।

তেওঁক অলপ চিন্তিত যেন দেখি ছেকেণ্ড অফিচাৰজনে সুধিলে "খুব জৰুৰী যদি আপুনি তেখেতৰ ঘৰলৈকে যাওক। তেখেতৰ ফেমিলীও ইয়াতে আছে। আপোনাৰ কিবা বিলেশ্যন হয় বুলি কলে নহয় জানো?"

যাবলৈ উঠি বায়নে কলে, "হয়। মোৰ অলপ এতিয়া বাহিৰত কাম আছে। দৰকাৰ হলে তেখেতৰ ঘৰলৈকে যাম। ঘৰটো কোনখিনিত?"

ছেকেণ্ড অফিচাৰে ঠিকনাটো দিলে।

বায়ন উঠি গৈ ইফালে-সিফালে ঘূৰি-পকি ফুৰিবলৈ ধৰিলে। কিন্তু সেইদৰে আৰু কিমান ফুৰা যায়? অতে কেনেবাকৈ কোনোবা চিনাকি মানুহ ওলাই পৰে বুলিও ভয়। গতিকে এখন কিতাপৰ দোকানত সোমাই আধা ঘণ্টা মান অতে কিতাপ চাই চাই দুখন কিনি হোটেললৈকে উভতিল।

হোটেলতে শুই আৰু কিতাপ পঢ়ি কেই ঘণ্টা মান কটাই দিলে। হোটেলৰ পৰা কোন কৰি তেওঁ জানিব পাৰিলে যে ধৰ্ম্ম বৰুৱা অলপ আগতে উলটি আহিছে, এতিয়া ঘৰত আছে, অলপ পিচতে থানালৈ আহিব। বায়নে মুখ-হাত ধুই কাপোৰ-কানি পিন্ধি ভাল চাহ একাপ খাই ওলাই গ'ল। তেতিয়া আবেলি প্ৰায় চাৰি বাজি-ছিল। বিক্সা এখনত উঠি তেওঁ থানা ওলালগৈ।

থানাৰ অফিচত অ'-চি ধৰ্ম্ম বৰুৱাই নিজৰ টেবুলত বহি কিবা লিখি আছিল। ৩৫ বছৰ মান বয়সৰ শকত মানুহজন; একোছা

গোঁফ ৰাখিছে। গিৰিশ বায়নে গৈ টেবুলৰ সমুখত থিয় দিলেগৈ। মুখেৰে একো নেমাতিলে। কিছু পৰলৈকে ধৰ্ম্ম বৰুৱাই গমকে পোৱা নাছিল। চিপাহী কেইজন মানেও আচৰিত হৈ নিৰৱ ডেকাজনলৈ চাইছিল।

অৱশেষত এবাৰ অ'-চিয়ে মূৰ তুলি চালে। ধৰ্ম্ম বৰুৱাৰ চকু যোপা হৈ গ'ল কাৰণ আগন্তুকে মাত নলগোৱাকৈয়ে তেওঁৰ ওচৰ চাপিছে। কিন্তু আগন্তুক ডেকাজনক তেওঁৰ চকুলৈ চাই মিচিকিয়াই থকা দেখি তেওঁ আচৰিত হ'ল। তাৰ পিচত চিনি পালে।

"এহে। গিৰিশ দেখোন!"

বায়নে কলে, "ভাগ্য ভাল চিন পাহৰা যে নাই।"

"বঁহা বঁহা বঁহা।" ধৰ্ম্ম বৰুৱাই সমুখৰ চকিখনলৈ আঙুলিয়াই দি কলে, "কি কথা, কি বতৰা? ক'ৰ পৰা, কেনেকৈ?"

বায়নে বহি কলে, "আজি পুৱাঁতি নিশা পালোহি। এইপিনে কিছুমান 'ব্যক্তিগত' কাম লৈ আহিলো।" তেওঁ এবাৰ অৰ্থপূৰ্ণভাৱে বৰুৱাৰ চকুলৈ চালে। "শুই থাকোতে পলম হৈ গ'ল। হোটেল এটাত আছোঁহি। অথনি দহ বজা মানত এবাৰ আহিছিলো। আপুনি ওলাই গৈছিল।"

"অঁ-হে, মই আঠ মাইল মান দূৰৰ বাগান এখনলৈ যাব লগা হ'ল। লেবৰ ট্ৰাবোল। প্ৰায় দিনটো গ'ল বুলিব লাগে। এঘণ্টা মান আগতে পাইছোঁহি।"

"মই খবৰ লৈছিলো। লগ পোৱা টান হব বুলি জানিয়েই হোটেললৈ গৈ শুই থাকিলোঁগৈ।"

ধৰ্ম্ম বৰুৱাই টেলকা মাৰি কিছু সময় ভাবিলে। বোধহয় অনুমান কৰি ললে যে বায়নৰ জৰুৰী কাম আছে, যি কামত তেওঁৰ সহায় লাগে। তেওঁ কলে, "তুমি অকমান বহা। দহ মিনিটৰ ভিতৰতে মই আজৰি হম। তাৰ পিচত দুয়ো ঘৰলৈ যাম। মাখীয়েৰো ঘৰতে আছে নহয়!"

"জানো, খবৰ লৈছিলো।"

ধৰ্ম্ম বৰুৱাই আকৌ কামত মন দিলে। পোন্ধৰ মিনিটৰ পিচত দুয়ো খানাৰ পৰা ওলাই অ'-চিৰ ঘৰলৈ খোজ ললে। বাটত বায়নে কলে, "মই চৰকাৰী কামত আহিছো। কিন্তু সেইটো কাকো জনাব খোজা নাই। হোটেলতো গিৰিকান্ত বৰুৱা নামহে দিছো।"

"কিয় হে?"

"কেইদিন মান আগতে গুৱাহাটীৰ শান্তিপুৰত এজন মানহৰ বাৰান্দাত এটা ডেড বডী ওলাইছিল। মই তাৰ তদন্ত কৰিছো।"

"ঘটনাটো খবৰ কাগজত পঢ়িছিলো।"

তেতিয়া বায়নে বীৰেশ্বৰ বৰাৰ বাগিচাখন আৰু ডিব্ৰুগড়ৰ জীৱনৰ বিষয়ে চমুকৈ বৰ্ণনা কৰিলে। তাৰ পিচত কলে, "হত্যা-কাণ্ডটো বৰ ৰহস্যজনক। কোনো ধৰণৰ মটিভ, কোনো ধৰণৰ প্ৰমাণ হত্যাকাৰীয়ে থৈ যোৱা নাই। সেই বাবে বীৰেশ্বৰ বৰাৰ অতীতত কিবা সন্দেহজনক কথা বা ঘটনা আছিল নেকি মই বিচাৰ কৰি চাব খুজিছো—যাৰ পৰা হয়তো কিবা ক্লু ওলাবও পাৰে—অৱশ্যে মানুহে কব, এনে ভাগ্যৰ এভাগো আশা নাই। শুনিছো শেষ বয়সত বীৰেশ্বৰ বৰাই খুব মদ খাইছিল আৰু তেওঁৰ মৃত্যুৰ সিও এটা কাৰণ।"

ধৰ্ম্ম বৰুৱাই কলে, "কামটো তুমি বেয়া কৰা নাই। কিন্তু আজি-কালি ইমান কষ্ট কোনো পুলিচ অফিচাৰে নকৰে। মোৰেই ইমান ধৈৰ্য্য নাই বোপাই, সঁচা কথা কৈছো।"

বায়নে কলে, "ধৈৰ্য্যও নাই আৰু বিশেষ লাভো নাই কিজানি। মই যে কিবা পাম সেইটোনো কেনেকৈ কব?"

তেওঁলোক অ'-চিৰ ঘৰ পালেহি। ঘৰত সোমাই বৰুৱাই চিঞৰিলে, "হেৰা, আমাৰ গিৰিশ আহিছে হে। গুৱাহাটীৰ পৰা।"

সম ভীয়া মাহীয়েকে আহি মাত লগালেহি। বৰুৱাৰ ল'ৰা—

ছোৱালীবোৰো আছিল। বায়নে চাহ খাই এখন ভৰা ঘৰ আৰু এখন সুখী সংসাৰৰ সন্তুষ্টি উপলব্ধি কৰিলে।

এটা অকলশৰীয়া কোঠাত তাৰ পিচত দুয়ো বহিল। বায়নে কলে, "মই বাগিচাখনলৈ যাম—কিমান দূৰ হব?—কুৰি মাইল মান বুলি শুনিছো। আপুনি এখন টেক্সী ঠিক কৰি দিয়ক, কাৰণ বাগিচা-খনলো কোন ফালে মই তাকেই নাজানো। তাৰ উপৰি, আপুনি যদি কিবা জানে বীৰেশ্বৰ বৰাৰ বিষয়ে অলপ কওক।"

ধৰ্ম্ম বৰুৱাই কলে, "টেক্সী বাৰু মই বিচাৰি দিম, তাৰ চিন্তা নকৰিবা। কিন্তু মানুহজনৰ বিষয়ে মই প্ৰায় একোকে নাজানো বুলিব লাগে। কাৰণ মই ইয়াত মাত্ৰ দুবছৰহে আছো। বীৰেশ্বৰ বৰাই বাগিচা বেচিবৰে দহ বছৰ মান হ'ল। এতিয়া ইয়াৰে এজন মাৰোৱাৰীয়ে বাগিচা চলাইছে। তথাপি মানুহৰ মুখত যি শুনো বীৰেশ্বৰ বৰাই নিজৰ চৰিত্ৰ দোষতে টিকিব নোৱাৰি বাগিচাখন বেচি দিলে। মদ খোৱাৰ কথাতো জানাই। মদ হেনো বৰ বেছি-কৈয়ে খাইছিল। তাৰ উপৰি তিৰোতা মানুহৰ প্ৰতি মানুহটোৰ মুঠেই শ্ৰদ্ধা নাছিল হেনো। সেই বাবেই শেষত বাগিচাতে এনেকুৱা শত্ৰু বাঢ়িল যে প্ৰাণৰ ভয়ত বাগিচাকে বিক্ৰী কৰি থৈ গুচি গ'ল। নহলে বোলে কামত মানুহটো এফিচিয়েণ্টেই আছিল; বাগিচাখন নিচেই সৰু, বেয়া অৱস্থাতে কিনি লৈ বীৰেশ্বৰ বৰাই তাক ধুনীয়া কৰি তুলিছিল, বৰ্ত্তমান মালিকে এতিয়া তাৰ ফল ভোগ কৰিছে।"

মাজতে মামীয়েকে আহি কলে, "গিৰিশ ভাত খাই যাবা দেই? মই বহাইছোৱেই।"

"হোটেলত কৈ অহা নহ'লনে মামী?"

"বাৰু, হোটেলত গৈ লেখালেই হ'ল।"

সোনকালেই ভাত-পানী খাই ৰ'-চি আৰু বায়ন ওলাই গ'ল। বাটত ৰ'-চিয়ে কলে, "তুমি মেনেজাৰৰ শুৱিলৈকে যাবা। মোৰ

চিনাকি মানুহ। তোমাক সহায় কৰিব পাৰিব।" ধৰ্ম্ম বৰুৱাই টেক্সী এখন বন্দৱস্ত কৰি দিলে। সেইখনতে দুয়ো বায়নৰ হোটেললৈ গ'ল। থিৰ হ'ল যে পিচ দিনা পুৱা আঠ বজাত টেক্সী আহি বায়নক লৈ যাব। দুপৰীয়া এক কি দুই বজাত ঘূৰি আহিব পৰা হব। টেক্সীখনতে উলটি ঘৰলৈ যাবৰ সময়ত ধৰ্ম্ম বৰুৱাই কলে, "যাবৰ সময়ত মোক লগ পাই যাবা।" "ভাল বাৰু।"

গিৰিশ বায়নে গুই গুই ভাবিলে, কাইলৈ গৈ বাগিচাখনত কি বুলি নিজক পৰিচয় দিব। কাৰণ যিবোৰ কথাৰ অনুসন্ধান কৰিবলৈ তেওঁ ওলাইছে, সেইবোৰ আজি মানুহক সোধাৰ এটা ভাল কাৰণ থাকিব লাগিব। অথচ তেওঁ নিজকে পুলিচৰ মানুহ বুলি পৰিচয় দিব নোখোজে। তেনেহলে কি বুলি পৰিচয় দিব? তেওঁ একো ঠিক কৰিব নোৱাৰিলে। সেই বাবে ৰাতি ভালেখান পৰলৈকে টোপনিও নাহিল।

বাত্তিপুৰা উৰ্ম্মিলা টি-ইষ্টেটলৈ গৈ থাকোতেও সেই একেষাৰ কথাকেই গিৰিশ বায়নে ভাবি গৈছিল। পদ্মলোচনৰ মাকৰ নাম আছিল উৰ্ম্মিলা বৰা। তেখেতৰ নাম অনুসাৰে বাগিচাখনৰ নতুন নাম দিয়া হৈছিল। এতিয়াও সেই নামেই চলি আছে। নকল পৰিচয়টো ঠিক কৰিব নোৱাৰি বায়নে এইবোৰহে ভাবি ভাবি গৈছিল। চাৰি মাইল মান টেঙাখাট-বৰডুবি'ৰ যোৱা পকী বাটেদি গৈ তাৰ পিচত ফাটি কেৰাখনো বাগিচাৰ মাজেদি আৰু এখন ডাঙৰ হাবিৰ মাজেদি কেচা বাটেৰে গৈ থাকোতে ভাবি ভাবি বায়নে খিৰ কৰিব নোৱাৰিলে যেনেজাৰক বা আন মানুহক কি কবগৈ। মাজে মাজে সেই বাবে ড্ৰাইভাৰৰ লগতে ব্যক্তিগত কথা পাতিবলৈ ধৰিলে। ড্ৰাইভাৰজনে করুণ হাঁহি মাৰি নিজৰ দুখৰ কথা দুই-এটা কবলৈ ধৰিলে।

দহ বজা মানত তেওঁলোক উৰ্ম্মিলা ওলালগৈ। চাহনিৰ মাজে মাজে গৈ বায়নে অনুভৱ কৰিলে, বীৰেশ্বৰ বৰা সঁচাই কামৰ মানুহ আছিল: বাগিচাখন পৰিষ্কাৰ, চাহ গছৰ জোপোহাবোৰ বিয়াগোম বিয়াগোম। কলঘৰটোৰ আকাৰ আৰু পাতঘৰ দুটা দেখিলেই অৱশ্যে কৰ পাৰি যে বাগিচাখন বৰ ডাঙৰ নহয়। ঠাইডোখৰ নিজান। যি দুই-চাৰিজন বনুৱা বা চৰ্দাৰ তেওঁলোকে দেখিলে তেওঁলোককো বেছ নিৰ্জ্জু যেন লাগিল। সকলোৱে বহিৰ্জগতৰ নৱাগতসকললৈ আচৰিত হৈ চাবলৈ ধৰিলে। ড্ৰাইভাৰে কলে, "এওঁলোকে ছাৰ তিনিচুকীয়ালৈ চাইকেল মাৰিয়েই যায়।"

"সঁচাই কামৰ মানুহ!"

মেনেজাৰ পঞ্জাবী বঙলাতে আছিল। অলপ পা বেয়া কাৰণে কামলৈ ওলোৱা নাই। বঙলা মানে বাগিচাখনতে ভাল, আহল-

বহল ঘৰ ; চাহাব থাকে কাৰণে বঙলা বোলা হয়। বীৰেশ্বৰ বৰাই নিজে সজাই থাকিবলৈ লৈছিল।

বাহিৰত মটৰ দেখি পূজাৰীয়ে বেহেৰাৰ হতুৱাই বায়নক ভিতৰলৈ মতাই নিলে। ড্ৰয়িং ৰুমটো সুসজ্জিত। পূজাৰী আদহীয়া মানুহ ; পায়জামা পিন্ধি আলোৱান এখন লৈ আছিল।

তেওঁ কলে, "বহক।"

চ'ফা এখনত বহি বায়নে কলে, "বেয়া নেপাব, মই আপোনাক অলপ আমনি দিবলৈহে আহিলো। বিশেষকৈ আপোনাৰ গা অসুখ বুলি শুনিলো।"

"হয়, মোৰ অলপ ইন্‌ফ্লুয়েঞ্জাৰ নিচিনা হৈছে। আন বিশেষ একো নহয়। কওকচোন।"

"এটা বৰ দৰকাৰী কামত মই গুৱাহাটীৰ পৰা আহিছো। ধৰ্ম্ম বৰুৱাক চিনি পায় নিশ্চয়, তেখেত মোৰ অলপ সম্বন্ধত লাগে, তেখেতেই মোক আপোনাৰ ওচৰলৈ পঠালে।"

পূজাৰীয়ে গভীৰ চকু হালিৰে বায়নলৈ একেথৰে অলপ পৰ চাই থাকি সুধিলে, "আপুনি পুলিচৰ মানুহ ?"

বায়নে হাঁহি তলমূৰ কৰিলে। কলে, "আপুনি অনুমান কৰিছে ?"

"এইখন পাণ্ডৱ বৰ্জ্জিত ঠাই। আমাৰ সমাজ বুলিবলৈ নাই। কিতাপ, খবৰ কাগজ আদি খৰচি মাৰি পঢ়ো, বহিৰ্জগতৰ লগত সম্বন্ধ ৰাখিবলৈ। কিছু দিন আগতে পদ্মলোচন বৰা নামৰ ডেকা এজনক হত্যা কৰাৰ বাতৰি ওলাইছে। তেওঁৰ দেউতাকৰো নাম দিয়া হৈছে—বীৰেশ্বৰ বৰা। তেখেত এইখন বাগিচাৰ মালিক আছিল, এসময়ত। আপোনাক মোৰ ওচৰলৈ পঠিয়াইছে তিনিচুকীয়া থানাৰ অ'-চিয়ে। গতিকে মই কথাবোৰ সংযোগ কৰি চাইছো।"

বায়নে কলে, "আপোনাৰ অনুমান সত্য। প্ৰেছত নেথাকিলেও মই আপোনাক আচল পৰিচয়েই দিব খুজিছিলো, যদিও সৌ টেক্সী ড্ৰাইভাৰজনেও মোক গুৱাহাটীৰ পুলিচ এছ্-আই গিৰিশ বায়ন বুলি নেজানে।"

"মই কাকো নজনাওঁ।"

"ধন্যবাদ ডাঙৰীয়া। আপুনি বাগিচা নচলাই চোৰাংচোৱা বিভাগৰ বিষয়াহে হব লাগিছিল। নহলেও আপুনি নিশ্চয় খুব ইংৰাজী ডিটেক্টিভ নভেল পঢ়ে।"

পূজাৰীয়ে হাঁহিলে মাত্ৰ। তাৰ পিচত ভিতৰলৈ গৈ পৰিবাৰক মাতি আনি পৰিচয় কৰাই দি কলে, "এখেত গিৰিশ বায়ন, বাগিচাৰ কামতে তিনিচুকীয়াৰ পৰা আহিছে। চাহ দিয়া, ভাতৰো দিহা কৰাবা। মংলুক কোৱা, সৌ ড্ৰাইভাৰক ভিতৰলৈ নি চাহ-তাহ খুৱাবলৈ।"

বায়নে থিয় হৈ নমস্কাৰ কৰিছিল। পূজাৰীয়নী বেচ স্বাস্থ্যৱতী, যদিও কিছু বয়স হৈছে। তেওঁ বায়নক বহিবলৈ কৈ ভিতৰলৈ গ'ল। ঘৰৰ ল'ৰা-ছোৱালী তিনিওটি আঁতৰত থাকি পঢ়ে। চাকৰ-বাকৰৰ সৈতে মাক-বাপেকহে ইয়াত থাকে।

চাহ তাহ খাই বায়নে কলে যে পদ্ম বৰাৰ হত্যাকাণ্ড সংক্ৰান্ত দেউতাকৰ পুৰণি বাগিচা খনত কিবা সুংসূত্ৰ পায় নেকি চাবলৈ তেওঁ আহিছে। ইয়াৰ মানুহে বীৰেশ্বৰ বৰাৰ বিষয়ে নিশ্চয় বহু কথা জানিব। একো খাঁত নোলালেও কেছটোত সহায়ক হোৱা কোনো কোনো কথা হয়তো জানিব পৰা হব।

উপৰ্যুপৰি দুটা হাঁচি মাৰি পূজাৰীয়ে কলে, "বীৰেশ্বৰ বৰাৰ বিষয়ে কবলৈ মই উপযুক্ত মানুহ নহয়। কিয়নো মই যি জানো সেইবোৰ শুনা কথাহে। বিশেষ হয়তো আপুনি তিনিচুকীয়াত শুনি আহিছে। মই আগতে আন এখন বাগিচাত এছিষ্টেণ্ট মেনেজাৰ

হৈ আছিলো। ইয়ালৈ আহিবৰ মাত্ৰ তিনি বছৰহে হৈছে।"

"মই আপোনাৰ সহায়ত অলপ খবৰ-চবৰ কৰিব চাব খোজো। বীৰেশ্বৰ বৰাক জানদাৰ জনা মানুহ ইয়াত নিশ্চয় কোনোবা ওলাব। এই খবৰ লেবাৰৰ ভিতৰত নিশ্চয় বহুত ওলাব।"

পূজাৰীয়ে কলে, "বনুৱাক আপুনি সুধিব নেলাগে। কাৰণ সেইবোৰৰ লগত আমাৰ ডিৰেক্ট সম্পৰ্ক। বীৰেশ্বৰ বৰাৰ কিছুমান কেলেঙ্কাৰীৰ কাৰণে মজদুৰ সকল সেই সময়ত জ্বলি উঠিছিল—সেই কাৰণে বাগিচাখন মানুহজনে বেচি দিব লগা হৈছিল। তাতোকৈ মই আপোনাক এজন ভাল মানুহৰ খবৰ দিওঁ যি আপোনাক সকলো আৱশ্যকীয় খবৰ দিব পাৰিব। ইয়াৰ পৰা প্ৰায় দুমাইল আঁতৰত আমাৰ বাগিচাৰ ওচৰতে, নলনি নামৰ অসমীয়া গাওঁ এখন আছে। তাত বংশী শইকীয়া নামৰ এজন অৱস্থাপন্ন বুঢ়া মানুহ আছে। বংশী শইকীয়া উর্ম্মিলাৰে বৰমহৰি আছিল। বীৰেশ্বৰ বৰাৰ লগত তেওঁ এই বাগিচাখন গঢ়ি তোলাত কমখিনি কৰা নাই। বংশী শইকীয়াই আগতে ইউৰুপীয়ান গাৰ্ডেনত কাম কৰিছিল। বীৰেশ্বৰ বৰাই তেওঁক ঘৰতে বহি থকা পাই একপ্ৰকাৰ জোৰ কৰিয়েই বোলে আকৌ কাম কৰিবলৈ লৈ আহিছিল। উর্ম্মিলা টি ইষ্টেট ইমান উন্নত হোৱাত বীৰেশ্বৰ বৰাতকৈ বংশী শইকীয়াৰ কম বৰঙণি নাই।"

কথাষাৰ বায়নৰ মনত লাগিল। পূজাৰীৰ প্ৰতি কৃতজ্ঞতা আৰু শ্ৰদ্ধাৰে তেওঁৰ অন্তৰ উপচি পৰিল। এই হাবিতলীয়া নিক্‌চৌ বাগিচাখনত এসাজ ভাতৰ লগৰ ভাত খাই বৰ তৃপ্তিৰে কন্তেক জিৰাই তেওঁ নলনিলৈ ওলাল। চাহাবৰ আদেশ মতে মংলু নামৰ বেহেৰা-চৌৱে দুখন চাইকল ঠিক কৰি থৈছিল। পূজাৰীয়ে মংলুক আৱশ্যকীয় নিৰ্দ্দেশ দি বায়নক কলে, "শইকীয়া বৰ ভাল মানুহ। মোৰ ওচৰলৈ প্ৰায়েই আহি থাকে। তেখেতক মোৰ কথা কব।"

বায়নে ড্ৰাইভাৰক মাত লগাই মংলুৰ সৈতে চাইকেলত উঠিল।

চিৰিচ গছে মৰমৰ ছাঁ দিয়া চাহনিৰ মাজে মাজে ঠেক বাটটোৰেদি অগা-পিচাকৈ দুয়ো যাবলৈ ধৰিলে। চাৰিওফালৰ মুকলি, সেউজীয়া পৃথিৱীখনলৈ চাই চাই বায়নে মনৰ কথা ব্যক্ত কৰিলে, "মংলু, তোমালোকৰ বাগানত মোৰ বৰ ভাল লাগিছে। আমি টাউনত থাকি থাকি বৰ কিবা হৈ গৈছো, এনেকুৱা ঠাই এদিনলৈ পালেও বৰ ভাল লাগে।"

মংলুৱে ক্ষীণকৈ হাঁহি কলে, "হয় চা-ব, আমাৰো বেয়া নেলাগে। তবু টাউনত নগলে নহয়।"

"অৱশ্যে, অৱশ্যে। টাউনে চব মানহুকে বান্ধি ৰাখিছে। উপায় নাই।"

"হয় চা-ব।"

৩৫ বছৰ মান বয়সৰ নিয়মীয়া মানুহটো মংলু। গাৰ বৰণ ক'লা, চকু দুটা অলপ হালধীয়া ; হাফপেণ্ট আৰু হাফছার্ট পিন্ধিছে। বায়নৰ সৌ কাষে সি চাইকেল চলাই গৈছিল যদিও সন্মান দেখুৱাই অলপ পিছুৱাই গৈছিল।

বায়নে সুধিলে, "তুমি এই বাগানত কিমান দিন আছা মংলু ?"

"মোৰ মা-বাপৰ লগত সৰুতে মই ইয়াত আহিছিলো চা-ব।"

"হয় নেকি ? বঙলাত কিমান দিনৰ পৰা আছা ?"

"আজি বিশ বছৰ।"

"বিশ বছৰ ? কি কোৱা মংলু ? তাৰ মানে তুমি বহুত চাহেবৰ লগত কাম কৰিছা ?"

"হয় চা-ব। মই বঙলাত এক লেখীয়া পাৰ্মেনেণ্ট বুলিব লাগে।"

তাৰ মুখত বিশুদ্ধ অসমীয়া আৰু ইংৰাজী শব্দৰ সংমিশ্ৰন শুনি বায়নে হাঁহিলে। কলে, "তাৰ মানে তুমি এই বাগিচাৰ বহুত পৰিবৰ্ত্তন দেখিছা "

"হয় চা-ব। আগতে, বহুত আগতে এই বাগান বৰ বেয়া আছিল, চাহৰ গছেই নাছিল, কোনো মতে চলিছিল। বৰা চা-ব যেতিয়া আহিল তেতিয়া ইয়াৰ চেহৰাই বদলি গ'ল। শইকীয়া দেউতাই আপোনাক আজি এইচব কব। আৰু এতিয়াতো ভালেই চলিছে।"

বায়নে সাৱধানে কলে, "শুনিছো বৰা চাহেবে বাগানৰ কাৰণে খুব খাটিছিল। তেওঁ এতিয়া নাই, মৰিল। কিন্তু বৰা চাহেবৰ কথা মানুহে এতিয়াও খুব কয়।"

মংলুৱেও সাৱধানে কলে, "বৰা চা-ব বৰ আচৰিত মানুহ আছিল। কাম খুব জানিছিল আৰু নিজে খুব কাম কৰিছিল। ইমান কাম আৰু ইমান ভাল কাম উম্মিলাত কোনেও কৰিব পৰা নাছিল। খালি বৰা চা-বে খুব ড্ৰিং কৰিছিল আৰু সেইটো খালেই তেওঁৰ মনটো বিগৰি যায়—যা-তা কাম কৰে। আমাৰ পূজাৰী চা-ব কিন্তু এই ৰকম নহয়, আমাৰ চা-ব বৰ ভাল, মজদুৰেও খুব ভাল পায়।"

বায়নে আকৌ সাৱধানে সুধিলে, "কেনেকৈ বৰা চাহাবক মজদুৰে বেয়া পাইছিল?"

মংলুৱে কিছু পৰলৈ উত্তৰ নিদিলে। পিচত লাহেকৈ সঙ্কোচেৰে কলে, "এটা কথা চা-ব। যা-বহিনৰ ইজ্জৎ চব মানুহে বচাব বিচাৰে। বৰা চা-বে কিন্তু সেইটো নুবুজিছিল। ৰাতি লাইনে লাইনে গৈ যাৰ-তাৰ ঘৰত সোমাইছিল, যাক-তাক ধৰি লৈ আহিছিল। ........চা-ব, বেয়া নেপাব, এইবোৰ কথা মই আপোনাক কোৱা ঠিক নহয়। আমাৰ চা-বে জানিলে ৰাগ কৰিব।"

বায়নে কলে, "মই বেয়া পোৱা নাই মংলু। মই পূজাৰী চাহাবক বাক একো নকওঁ। চব মানুহৰে দোষ থাকে মংলু। বৰা চাহাবৰো দোষ আছিল। কিন্তু তেওঁৰ গুণো বহুত আছিল।"

"হয় চা-ব।"

বাগিচা এৰি লুংলুঙীয়া বাট এটাইদি তেওঁলোক যাবলৈ ধৰিলে। পাতল হাবিয়নিৰ ওপৰেদি ননদি গাওঁখন তেওঁলোকে দেখিবলৈ পালে। কল আৰু তামোলৰ চিনাকি গছবোৰ ওচৰ চাপি আহিল। তিনি ফাৰ্লংমান গৈ তেওঁলোক গাওঁ সোমালগৈ। মংলুক বহুতে মাত লগালে আৰু অচিনাকি গিৰিশ বাযনৰ ফালে কৌতূহলেৰে চাবলৈ ধৰিলে।

বংশী শইকীয়াৰ ঘৰটো খেৰী যদিও বেছ্ আহল-বহল। সমুখতে জেউৰাৰ মাজত সুন্দৰ পৰিষ্কাৰ শাকনি বাৰী, দাঁতিয়ে দাঁতিয়ে তামোল আৰু কল গছ। অনতি দূৰত দুটা প্ৰকাণ্ড প্ৰকাণ্ড ভঁড়াল। থাই ঘৰৰ সমুখতে এটা বাহিৰা ঘৰ, তাত দুখনমান চকি-মেজ উকাকৈ পাৰি থোৱা হৈছে। তাতেই আলহীক বহিবলৈ দিয়া হয়।

চাইকেল দুখন এজোপা আম গছৰ তলৰ জেউৰাত আওজাই থৈ বায়ন আৰু মংলু আগবাঢ়ি গ'ল। মংলুৱে "শইকীয়া দেউতা" বুলি মাতাত সৰু ল'ৰা এটা ওলাই আহিল আৰু মংলুলৈ হাঁহি এটা মাৰি, কিন্তু বায়নক দেখি একো নমতাকৈ আকৌ ভিতৰ সোমাই গ'ল।

মংলুৱে বায়নক বহিবলৈ কলে। বায়ন চকি এখনতে বহিল। মংলু থিয় হৈ থাকিল। অলপ পিচতে বংশী শইকীয়া ওলাই আহিল। বৰণত আন্ধাৰ যদিও শইকীয়া হটঙা, থুলন্তৰ পুৰুষ। শুদা গাৰে কান্ধত গামোচা এখন লৈ ওলাই আহিছে। পকামূৰীয়া হৈছে যদিও দাঁত আৰু চকু এতিয়াও বেছ শক্তিশালী হৈ আছে। বায়নে থিয় হৈ দিয়া নমস্কাৰটো ওভতাই দি শইকীয়াই মংলুলৈ চাই সুধিলে, গলগলীয়া মাতেৰে, "কি অ' মংলু?"

"দেউতা এই চাহেবক আমাৰ চাহেবে আপোনাৰ ওচৰলৈ পঠিয়াই দিলে।"

শইকীয়া এৰন চকিত বহিল।

বায়নে কলে, "মোৰ নাম গিৰিশ বায়ন। মই উদ্ভিদ বাগিচাৰ বিষয়ে দুটামান কথা জানিবলৈ আপোনাৰ ওচৰলৈ আহিছো।"

শইকীয়াই কলে, "মংলু, তই বা ভিতৰৰ পিনে বহগৈ।"

"নেলাগে দেউতা। মই যাওঁৱেই, বজাৰত বহুত কাম পৰি আছে। আতে চাহেবৰ গা ও ভাল নহয়।"

"কি হৈছে ?"

"এই পানীলগা। কামজাৰিলৈ যোৱাই নাই।"

ৰায়নে কলে, "হয় তেখেতৰ অসুখ। তেখেতে কৈ পঠাইছে আপোনাক তেখেতৰ কথা কবলৈ।"

মংলুৱে কলে, "ছা-বে নিজে উলটি যাব পাৰিব নহয় ?"

ৰায়নে কলে, "পাৰিম পাৰিম।"

মংলু গ'লগৈ।

"মই বাগিচাৰ বিষয়েনো কি কব লাগিব ? আপোনাৰেই বা জানিবৰ কি আৱশ্যক হৈছে ?" তেওঁৰ মাতটোত যেন এটা কঠোৰতা আহি পৰিছিল।

ৰায়নে কলে, "ইয়াৰ আগতে উৰ্মিলা বাগিচাৰ গৰাকী বীৰেশ্বৰ বৰা আছিল। তেখেত এতিয়া অৱশ্যে নাই, ঢুকাল।"

"ভালেই হ'ল।"

থতমত খাই ৰায়নৰ মুখৰ পৰা ওলাল, "হয়।"

"হয় মানে ? কিয় জানেনে ?"

নিজক চম্ভালি লৈ ৰায়নে কলে, "তেখেতৰ বহুত বদনাম ওলাইছে। মানুহে তেখেতক ভাল নেপাইছিল।"

"ঠিক। আপুনি ঠিক বুজিছে।" বুঢ়াই তৰ্জ্জনি জোঁকাৰি জোঁকাৰি কলে, "এনে গৰু মাৰিলে বাঘৰো মৃত্যু। বাগিচা ইমান সুন্দৰ হৈছিল, ৰাখি খাব নোৱাৰিলে।"

ৰায়নে যোগ দিলে, "সেই বাগিচা ভাল হোৱাত আপোনাৰো নবান বৰঙণি আছে শইকীয়া ডাঙৰীয়া।" শইকীয়াই একো নকলে। ৰায়নে তেতিয়া নিজৰ উদ্দেশ্য খোলা-খুলি ভাৱেই বৰ্ণনা কৰিলে আৰু অনুৰোধ কৰিলে যেন তেওঁৰ কামত সহায় কৰিব পৰাকৈ যি জানে তেওঁ কয়।

বুঢ়াই ট-টকৈ পিৰিপি ৰায়নলৈ চাই আছিল, কলে, "আপুনি

পুলিচৰ মানুহ। মই ভাবিবই পৰা নাছিলো। আপুনি শান্তিৰক্ষকৰ এজন, আপোনাক নিশ্চয় কম, হয়তো মানুহৰ উপকাৰ হবও পাৰে। ক্ষন্তেক বব, মই ভিতৰৰ পৰা আহো।"

শইকীয়া ভিতৰলৈ গ'ল। বায়ন আশাৰে বহি থাকিল। পাঁচ মিনিট মানৰ পিচত বুঢ়াই হাত-খৰা কাগজ এটা পিছি ওলাই আহিল। তেওঁ আকৌ আগৰ ঠাইতে বহি উৰ্মিলাৰ অতীত কাহিনী কবলৈ ধৰিলে। মাজতে ন'বা এটাই গাখীৰ-গুড়-সান্দহৰ জলপান, চাহ আৰু পানী এযাটি গামোচা এখনেৰে সৈতে দি গ'লহি। দুয়ো মাজতে চাহ-জলপানো খাই ললে।

বংশী শইকীয়াই যি কাহিনী কলে সি বায়নে আগতে শুনা প্ৰায় সকলো কথাৰে সমৰ্থন কৰিলে। উৰ্মিলা টি ইষ্টেটৰ স্বত্তাধিকাৰী বীৰেশ্বৰ বৰা ধন আৰু ক্ষমতাৰ বলত মতলীয়া হৈ গৈছিল। তেওঁ ভাবিছিল, সেই দুটাৰে সংসাৰত কৰিব নোৱাৰা কাম একো নাই। গধূলি আন্ধাৰ নমাৰ লগে লগে তেওঁৰ কদৰ্য্য জীৱন আৰম্ভ হয়। বনুৱাৰ লাইনলৈ গৈ যাৰ ঘৰতে ইচ্ছা সোমাই জোৰ কৰি গাভৰু ছোৱালী বা তিৰোতা মানুহক ধৰি মটৰত তুলিবহি। গোটেই বাগিচাখনতে তেওঁ ত্ৰাসৰ সৃষ্টি কৰিছিল। প্ৰতিবাদ কৰিবৰ উপায়ো নাছিল, কিবা অজুহাতত বাগিচাৰ পৰা খেদি দিবও পাৰে। বহু অবলা উদাহৰণ, বহু ছোৱালীৰ আশা, সতীত্ব, জীৱন, নষ্ট কৰাৰ কৰুণ আৰু নিষ্ঠুৰ কাহিনী বায়নে শুনিলে। তাৰ ভিতৰত মাত্ৰ এটাৰ কথা উল্লেখ কৰিলেই যথেষ্ট হব, কিয়নো এইটো অলপ বেলেগ ধৰণৰ, যদিও আনবোৰৰ তুলনাত সমানে অনিষ্টকাৰী।

"বীৰেশ্বৰ বৰাক বাগিচা কৰা কামত মই দেহে-কেহে লাগি সহায় কৰি দিছিলো।" বুঢ়াই ক্ষোভেৰে কলে: "কিন্তু সি অকৃতজ্ঞই তাৰ প্ৰতিদান দিলে মোৰ গাওঁবনক বদনামৰ ভাগী কৰি। তাৰ দুই চকু নলনিৰ ওপৰতো পৰিবলৈ ধৰিলে। অৱশ্যে

আমাৰ গাৱঁত সিমান সাহ কৰিব পৰা নাছিল, কাৰণ গাওঁখনৰ ওপৰত তাৰ কোনো ক্ষমতা নাছিল। কিন্তু এজনী ছোৱালীক হলে ফুচুলাবলৈ সি সক্ষম হ'ল।

"গাৱঁৰে এঘৰৰ লগত বীৰেশ্বৰ ৰবাৰ ভাল মিল হৈছিল। সেই ঘৰলৈ সি প্ৰায়েই ফুৰিবলৈ আহিছিল। কেতিয়াবা বিহুৰে-সংক্ৰান্তিয়ে, কেতিয়াবা চিকাৰ কৰাৰ ছলেৰে, কেতিয়াবা ফুৰাৰ নাম কৰি। সেই ঘৰৰে দেখনীয়াৰ ছোৱালী আছিল বস্তা। মাইনৰ স্কুলতো দুশ্ৰেণী পঢ়া ছোৱালী বস্তা অলপ আগবঢ়া ছোৱালী আছিল। কিন্তু তাইৰ সৰলতাৰ সুযোগ লৈ নানান চলাহি কথাৰে আৰু বহুত বস্তু-বাহানি দি তাইৰ মনটো সেই কুকুৰে ভুলালে। ফলত এদিন ৰাতি তাই তা[illegible] লগত তাৰ বঙলালৈ মনে মনে গলগৈ। কথাটো জনাজনি হোৱাত গাওঁখনে বৰ লাজ পালে। তাহাঁতে কিন্তু কেৰেপকে নকৰি নতা-মাইকী হালৰ দৰে থাকিবলৈ ললে।"

কিন্তু সকলোৰে দিন সমানে নাযায়। অন্তঃসত্ত্বা অৱস্থাত বস্তা এদিন ঘৰ ওলালহি। মাক-বাপেকে তাইক গেদি দিব নোৱাৰিলে। আন হাতে বীৰেশ্বৰ ৰবায়ো গোপনে টকা-পইচাৰে সহায় কৰি আছিল। বস্তাৰ এটা ল'ৰা হ'ল। মাক-বাপেকে বস্তাক গাৱঁৰ আন মানুহৰ দৰেই লেই-লেই ছেই-ছেই কৰিছিল। কিন্তু তাই কাকৈকো ভয় নকৰিছিল। ল'ৰাটোক দেখুৱাই কৈছিল, "এইটো মোৰ প্ৰাণৰ নিধি, তইঁতে কোনেও ইয়াক একো নকৰি, একো নকৰিবি।" গতিকে তাৰ নামো হ'ল নিধি। গাওঁখনৰ ঠাট্টা-মস্কৰাৰ মাজতে ল'ৰাটোৰ দুবছৰ হওঁতে বস্তা আকৌ পলাল—কাৰ লগত গ'ল কোনেও নেজানে; কিছুমানে কয় বীৰেশ্বৰেই তাইক ক'ৰবাত থলেগৈ, আন কিছুমানৰ মতে তাই নিজেই কাৰোবাৰ লগত ওলাই গ'ল। পইকীয়াৰ ধাৰণা বীৰেশ্বৰেই তাইক নি ক'ৰবাত কিবা কৰিলেগৈ, হয় বেচিলে নহয় কাটিলে।

নিধি ককাকৰ ঘৰত ডাঙৰ দীঘল হবলৈ ধৰিলে। তাৰ চেহেৰা মাকৰ দৰেই ধুনীয়া হৈছিল। কিন্তু কি হব, তাৰ স্বভাব-চৰিত্ৰ বাপেকৰ লেখীয়াহে হ'ল। সকলোৰে ঠাট্টা-মস্কৰা, তুচ্চ-তাচ্ছিল্য পায়েই নেকি সি সকলৰে পৰা বেয়া কামত, মৰা-মৰি, সৰু-সুৰা চুৰি কামত মনপুতি লাগিবলৈ ধৰিলে। পঢ়া-শুনা সি কৰিব নোৱাৰিলে, পাঠশালাৰ পৰাই ওলাব নোৱাৰিলে। গাৱঁৰে হওক, আন ঠাইৰে হওক, যেখৰ দুষ্ট ল'ৰাবোৰ তাৰ সঙ্গ হ'ল। ফলত কালক্ৰমত সি এটা ভাল গুণ্ডাই হৈ উঠিল। চেহনীয়াতে চঞ্চল ডেকাৰ দৰে হৈ উঠা নিধিক সকলোৰে ভয় কৰা হ'ল। ককাকে ডৰিয়ালে মাৰিবলৈকে খেদি আহে। দেখিলে মৰম লগা ল'ৰা, কিন্তু তাৰ সেইটো স্বভাৱ। কেৱা ঠাইতো মৰা-মৰি কৰি সি পুলিচৰ হাতত পৰিল। জেললৈ গৈ তাৰ কোব চৰিলহে। এবাৰ এঠাইত ডকাইতি কৰি ধৰা পৰিল; কিন্তু কেনেবাকৈ প্ৰমাণৰ অভাৱত সাৰি আহিল। তাৰ পিচত দোকান এখনত সোমাই দোকানীক সি ছুৰী মাৰি হত্যা কৰিলে; কিন্তু এইবাৰো ওচৰ-চুবুৰীয়া মানুহে আহি ধৰি পেলালে। মানুহে বহুত লপা-থপা দিয়াৰ পিচত পুলিচক গঁতাই দিলে। পুলিচে জিলালৈ চালান দি নিওঁতে ৰেলগাড়ীৰ পৰা জপিয়াই এখন নৈত পৰি বোলে পলাল। তাৰ পিচৰ পৰা তাৰ কুটকে কোনেও দেখা নাই। মাককো আৰু কোনেও নেদেখিলে। বীৰেশ্বৰ বৰাৰ কাৰণেই দুটা জীৱন এনেকৈ এনেয়ে নষ্ট হৈ গ'ল।

বংশী শইকীয়া নিৰৱ হৈ গ'ল। বায়নেও কিছু সময়লৈ একো মাতিব নোৱাৰিলে। গাওঁবনৰ অপমানটো যেন তেওঁ উপলব্ধি কৰিব পাৰিছিল।

"বীৰেশ্বৰ বৰা মানুহ জনক দেখিলে কিন্তু তেনে যেন নেলাগে।" এই বুলি বায়নে জেপৰ পৰা কটো চাবিখন উলিয়াই লৈ চালে। বীৰেশ্বৰ বৰা, জীৱেশ্বৰ বৰা, পদ্মলোচন আৰু ধনীৰামৰ ক'টা

কেখন তেওঁৰ লগতে আছিল।

নিজৰ তন্ময়তা ভাঙি বুঢ়াই তেওঁৰ ফালে চাই কলে, "চাওঁ কাৰ ফটো। বীৰেশ্বৰৰ নেকি?"

"হয়।" বায়নে এখন এখনকৈ ফটো কেখন বুঢ়াৰ হাতত দি কলে, "এইখন বীৰেশ্বৰ বৰাৰ, এইয়া তেওঁৰ ভায়েক জীৰেশ্বৰ বৰা, এইখন পদ্মলোচন বৰাৰ—এওঁকে সিদিনাখন হত্যা কৰা হ'ল। এই কেইটা চেহেৰা দেখিলো কব পাৰিনে যে তেওঁলোকে বেয়া কাম কৰিব পাৰে? অথচ এই বীৰেশ্বৰ বৰাই যিবোৰ কৰিলে........।"

বুঢ়াই চতুৰ্থ ফটোখনৰ বাবে হাত মেলিছিল। বায়নে কলে, "এইখন নেচালেও হব—বৰাৰ পৰিয়ালৰ লগত ইয়াৰ সম্পৰ্ক নাই।"

তথাপি শইকীয়াই ধনীৰামৰ ফটোখন টান মাৰি নি চকুৰ আগত ধৰিলে। লগে লগেই তেওঁৰ চকু থৰ লাগিল। তেওঁ অবাক হৈ ধনীৰামলৈ একেথৰে চাই থাকিল, ইকিখন ফটো বা গিৰিশ বায়নৰ অস্তিত্ব যেন পাহৰি গ'ল।

বায়নে অলপ উৎসুক হৈ বুঢ়াৰ এই পৰিবৰ্ত্তন লক্ষ্য কৰিছিল। তেওঁ কলে, "ডাঙৰীয়া।"

"এইটোৱেই।" বুঢ়াই অলপ চৰা স্বৰতে কৈ উঠিল, "এই-টোৱেই নিধি।"

"কি কলে?"

"হঁ, ইয়েই নিধি, বীৰেশ্বৰ বৰা আৰু বস্তাৰ অবৈধ সন্তান, গুণ্ডা ডকাইত নিধি, ক্ষেত্ৰাৰ আচাৰী।"

"আপুনি ভালকৈ চাওক। ইয়াৰ নাম ধনীৰামহে। গুৱাহাটীৰ বৰাইতৰ ঘৰৰ লগুৱা।"

"হয় হয় হয় হয়।" বুঢ়াই ভেকাঁহি মাৰি কলে, "ধনীৰাম! ই নিধি! মই চিনি নেপাওঁনে?"

"আপুনি ভালকৈ চাই-চিন্তি কৈছেনে?"

বুঢ়াৰ ধৈৰ্য্য-চ্যুতি ঘটিল ; এক প্ৰকাৰ খঙেৰেই বায়নলৈ চাই কলে, "মই তাক চিনি নেপাম ? ময়েই তাৰ ককাক। বস্তা মোৰেই ছোৱালী আছিল। পৰৰ বান্ধৱ বীৰেশ্বৰে মোৰেই সৰ্ব্বনাশ কৰিছিল।"

গিৰিশ বায়ন থপহ কৰে উঠিল। কটো কেইখন বুঢ়াৰ পুৰা লৈ কলে, "ডাঙৰীয়া, আপুনি মোৰ মহৎ উপকাৰ সাধিলে। মোৰ কাম প্ৰায় শেষ হ'ল। এতিয়া মই একো নকওঁ। কিন্তু মই হয়তো আপোনাৰ ওচৰলৈ আকৌ আহিম।"

বহুবাৰ ধন্যবাদ জনাই গিৰিশ বায়নে চাইকেলত উঠি ছুটি মেলিলে। তেওঁৰ মনটো উৰিবলৈ ধৰিলে। কেতিয়া গুৱাহাটী পাওঁ পাওঁ লাগিল। কোঁকোঁৱাই চাইকেল মাৰি কেতিয়ানো পূজাৰীৰ বঙলা পালেগৈ কবই নোৱাৰিলে। তেতিয়া গধূলি হৈ আহিছিল। পূজাৰী ড্ৰয়িং ৰুমতে বহি আছিল। বায়নে উত্তেজিত হৈ কলে যে তেওঁ বহুত তথ্য আৱিষ্কাৰ কৰিছে আৰু তাৰ দ্বাৰা কেছটো প্ৰমাণ কৰাত তেওঁৰ বহুত সহায় হব। এতিয়াই তেওঁ একো কব নোখোজে। কিন্তু পিচত সকলো জনাব। এতিয়াই তেওঁ তিনিচুকীয়ালৈ উলটি গৈ গুৱাহাটীলৈ যাব। "আপোনাৰ সহায় আৰু আতিথ্যৰ কথা মই কোনো দিনে নেপাহৰো।"

কিন্তু পূজাৰীয়ে সিমান সহজে এৰি নিদিলে। মুখ-হাত ধুৱাই ভালদৰে চাহ-জলপান খুৱাই সকলৈ এবাকচ চাহপাত হাতত তুলি দিহে এৰি দিলে। পূজাৰী দম্পতিক নমস্কাৰ জনাই মংলুক মাত লগাই তেওঁ টেক্সীত উঠিল আৰু গাড়ী বেগাই চলাবলৈ ড্ৰাইভাৰক নিৰ্দ্দেশ দিলে। এটা চিগাৰেট জ্বলাই তেওঁ কটো কেইখন একান্ত মনে চাবলৈ ধৰিলে। ধনীৰাম ওৰফে নিধিৰ চেহেৰা বাপেকৰ লগত নিমিলে, পদ্ম বা বীৰেশ্বৰ বৰাৰ লগতো নিমিলে। হয়তো মাকৰ লগত মিলে। ঠিক, শইকীয়াই কৈছিলেই যে নিধি মাকৰ

নিচিনাই দেখিবলৈ ধুনীয়া। ধনীৰামক প্ৰথমে দেখি ৰায়নৰো ধাৰণা হৈছিল যে তাৰ চেহেৰা-পানী সাধাৰণ লগুৱাৰ দৰে নহয়। প্ৰথম দিনা তাৰ নাম সোধোতো সি "নি—নি—" কৰিহে ধনীৰাম বুলি কৈছিল ; ৰায়নৰ তেতিয়াই অলপ সন্দেহ হৈছিল।

গধূলি আঠ বাজো বাজো হওঁতে তেওঁলোক তিনিচুকীয়া পালেগৈ। টেক্সীৰ ভাড়া আদায় কৰি দি ৰায়নে হোটেলত উঠি প্ৰথমে থানালৈ ফোন কৰিলে। ধৰ্ম্ম বৰুৱাক জনালে যে কাম ভালেখিনি হৈছে, তেওঁ আজি ৰাতিয়েই যাবগৈ। ধৰ্ম্ম বৰুৱাই কলে, "মই গৈছো, তুমি হোটেলতে থাকিবা।"

ৰায়নে গা-পা ধুই হোল্ডলটো বান্ধি থলে। তাৰ পিচত এক্সপ্ৰেছ গাড়ীখনৰ খবৰ কৰি মেনেজাৰক কলে যে তেওঁ আজিয়েই যাবগৈ, কি পইচা দিব লাগে হিচাপ কৰি দিয়ক। ধৰ্ম্ম বৰুৱা আহিলত দুয়ো অনুচচ স্বৰত কথা পাতিবলৈ ধৰিলে। ৰায়নে তেওঁকো সাধাৰণ ভাৱেহে ঘটনাবোৰ কলে, নিধিৰ আবিষ্কাৰৰ লগত হত্যাকাণ্ড বা বৰা পৰিয়ালৰ কি সম্বন্ধ সেইটো খুলি নকলে। মাত্ৰ দুবাই-পকাই কলে যে কেছটো এইবাৰ ভালেখিনি সমাধানৰ পথত আগুৱাই গ'ল।

ধৰ্ম্ম বৰুৱাই ৰায়নক ৰাতিৰ এক্সপ্ৰেছত ভালদৰে তুলি দিহে ঘৰলৈ উলটি গ'ল। তেওঁৰ এই ব্যৱহাৰৰ কাৰণে ৰায়নে কৃতজ্ঞ বোধ কৰিলে।

কিন্তু, বাটত আছে কণা বিঘিনি। উত্তেজনাত ৰায়নে ৰাতি এনেয়ে ভালদৰে শুব নোৱাৰিলে। তথাপি ৰাতি পুৱালত আশাৰে বাট চাবলৈ ধৰিলে; নিয়ম মতে আঠ বজাত গুৱাহাটী পাবগৈ লাগে। কিন্তু নিয়ম মতেহে। দুপৰীয়া চাপৰমুখত শুনিলেহি, বাটতে মালগাড়ীৰ ইঞ্জিন এটা লাইনচ্যুত হৈ আছে, সেইটো নোতোলে মানে এক্সপ্ৰেছ যাব নোৱাৰে। ৰায়নে প্ৰমাদ গণিলে। বাৰে পতি ষ্টেচনত খবৰ কৰিও কোনো সদুত্তৰ নেপালে। এবাৰ ভাবিলে, বাছেৰে নগাৱঁলৈ গৈ সেই পিনেদি টেক্সি এখন লবলৈ যত্ন কৰিব নেকি। কিন্তু সাহ নহল; কিজানি সময় মতে সুবিধাজনক গাড়ী-ঘোৰা নেপাবও পাৰে। অৱশেষত দুঘণ্টা পোন্ধৰ মিনিটৰ পিচত যেতিয়া গাড়ী চলিবলৈ ধৰিলে তেতিয়া ৰায়নৰ ধৈৰ্য্যই শেষ সীমা পাইছিলগৈ। অলপ পলমৰ কাৰণে গুৱাহাটীত কিমান অঘটন ঘটি যাব পাৰে কোনে জানে। আজিৰে সৈতে তেওঁ আহা চাৰি দিন হ'লহি। তেওঁ সাধাৰণ পোছাক সলাই পুলিচৰ পোছাক এটা পিন্ধি ললে। গুৱাহাটীত নামি হয়তো সময় নহবই। তেওঁৰ ধাৰণা হবলৈ ধৰিলে যে হয় কিবা অঘটন ঘটি গৈছে, নহয় ঘটিব।

পৌনে পাঁচ বজাত গাড়ীৰ পৰা নামি তেওঁ ৰিক্সা এখনেৰে প্ৰথমে ঘৰলৈকে দৌৰ দিলে। সুৰেন ডেকা আৰু কমলিনীয়ে তেওঁক আগবঢ়াই নিলে। তেওঁলোকৰ হাঁহিৰ উত্তৰ তেওঁ কষ্টৰপিহে হাঁহিৰে দিব পাৰিলে। তেওঁৰ চুলি, চকু, মুখৰ অৱস্থা দেখি বাকী দুজনে মাতিবলৈকে সাহ নকৰিলে।

"কিবা খবৰ আছে নেকি ?"

সেইটোৱেই তেওঁৰ প্ৰথম কথা। টেবুলৰ পৰা দীঘলীয়া খাম এটা লৈ কমলিনীয়ে আগবঢ়াই দিলে। ডেকাই কলে, "এচ্-পিয়ে দুপৰীয়া দি পঠাইছে। আহিলেই তোক দিবলৈ কৈছে।"

বায়নে পঢ়িবলৈ ধৰিলে। মানদেশৰ চৰকাৰে জীৱেশ্বৰ বৰাৰ বিষয়ে পঠোৱা এখন দীঘলীয়া কেব্‌ল। ব্ৰহ্মদেশত জীৱেশ্বৰ বৰাই অত্যন্ত হীন জীৱন যাপন কৰিছিল। ফানিচাৰৰ কাৰবাৰ কৰিছিল সঁচা কিন্তু সেইটো নামতহে, আচলতে স্মাগল কৰাটোহে তেওঁৰ কাৰবাৰ আছিল। চোৰ-ডকাইতৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ডকাইতি ঘটনাত তেওঁ কেবাবাৰো ধৰা পৰিছিল। শেষত চৰকাৰী ধনৰ বোজাই ৰেলগাড়ী এখন লুট কৰি তেওঁ পুলিচৰ খেদাত কেনিবা পলাল। সম্ভৱতঃ ভাৰতলৈকে ইভাকুইৰ লগত কেতিয়াবা সৰকি আহিল। জীৱেশ্বৰ বৰাক মুকলি হৈ থাকিবলৈ দিব নেলাগে। মানুহজন সমাজৰ এটা ডাঙৰ বিপদ। তেওঁৰ লগৰ বহুত বাৰ্ম্মিজ ডকাইতক পুলিচে ধৰিছে। কিন্তু তেওঁক সেই দেশত বিচাৰি পোৱা নগ'ল।

কাগজখন জেপত ভৰাই বায়নে অৱশ হৈ চকি এখনত বহি আকৌ সুধিলে, "আৰু কিবা খবৰ আছে নেকি ?"

ডেকাই কলে, "ৰাজীৱলোচন আহি পাইছে।"

"কি ?" বায়ন হঠাৎ বহাৰ পৰা উঠিল : "কেতিয়া ? এতিয়া ক'ত আছে ?"

আচৰিত হৈ ডেকাই লাহেকৈ কলে, "কালি গধূলি সময়ত পাইছেহি। তাতে আছে, নিজৰ ঘৰত।" নিজৰ ঘৰত বুলি কৈ ডেকাই বোধহয় অলপ ঠাট্টা কৰিব খুজিছিল, কাৰণ ৰাজীৱলোচন বৰাই নিজৰ ঘৰত নেথাকি থাকিব ক'ত ? হোটেলত ?

কিন্তু ঠাট্টা-মস্কৰালৈ মন দিবৰ সময় বায়নৰ নাছিল। তেওঁ একে জাপে দুৱাৰেদি ওলাই বাহিৰ পালেগৈ। 'আহ আহ' সুৰেন,

আমাৰ কিজানি বহুত পলম হৈ গ'ল। নহলে যদি ঈশ্বৰে কৰে কিজানি এতিয়াও সময় আছে।"

পাচে পাচে অবাক হৈ সুৰেন ডেকা আৰু কমলিনীও বাহিৰলৈ ওলাই গ'ল। বায়নে মটৰ চাইকেল ষ্টাৰ্ট কৰি দিলেই। ডেকা ওচৰ চাপি গ'ল। বাৰান্দাৰ পৰা কমলিনীয়ে কলে, "অন্ততঃ চাহ একাপ খাই যাওক।"

ছিটখনত বহি, ডেকাক পাচফালে বহিবলৈ ইঙ্গিত দি বায়নে উলটি চাই কলে, "তমি এতিয়াই থানালৈ ৰিং কৰি দিয়া কৰলী—নম্বৰ ফ'ৰ—কবা যে মই হিলচাইডৰ পদ্ম ৰবাৰ ৰবলৈ চিপাহী পঠিয়াবলৈ কৈছো, গাড়ীৰে পঠিয়াব, এক মিনিটো দেৰি নকৰিব—নম্বৰ ফ'ৰ—"

কমলিনীয়ে পিৰা কৰলৈ সুবিধা পোৱাৰ আগতেই বায়নৰ মটৰ চাইকেল দৌৰিল।

নিজক চম্ভালিবলৈ চেষ্টা কৰি ডেকাই সুধিলে, "খুৰাকেই পদ্মক হত্যা কৰিলে বুলি তই ভাব নেকি?"

বায়নে মুখৰ ভিতৰতে কোৱাৰ দৰে কলে, "আগতে প্ৰমাণ লাগে।"

"পদ্মক মাৰি গাড়ীৰে শান্তিপুৰলৈ নৈ গৈছিল নেকি পিৰিশ?"

"কব নোৱাৰো। অন্ততঃ নিজৰ গাড়ীত নিয়া নাই। গাড়ী ধোৱাৰ আগতে মই পৰীক্ষা কৰি চাইছিলো, তেজৰ চিন অত নাছিল।"

আলিবাটতে মটৰ চাইকেলখন এৰি থৈ ভেঙ্গলোক থৰ খেলাকে ওপৰলৈ উঠি গ'ল। তেতিয়া শেষ চেবেলা ৰ'দ পৰি ঘৰটো ৰাল-ধীয়া হৈ উঠিছে। ঘৰটোৰ সকলো দুৱাৰ খিৰিকী বন্ধ। জন-প্ৰাণী এটা থকাৰ কোনো চিন নাই। বায়নে ব্ৰিং কৰৰ দুৱাৰত

টকৰিয়ালে। 'ঘৰত কোন আছে' বুলি চিঞৰিলেও। কোনো সঁহাৰি নেপাই টান দিলত দুৱাৰখন খোল খাই গ'ল। দুয়ো সোমাই গ'ল। পদ্মা বৰাৰ কোঠাটোৰ দুৱাৰখনো সেই দৰে ঠেলি খোৱা আছিল। তেওঁলোক ভিতৰ বাৰান্দা পালেগৈ। তাতো কোনো নাই। চাৰিওকালে নিজান, ভয়লগা নিৰ্জ্জনতা। বাৰান্দাৰ দাঁতিৰ ডাঙৰ কোঠাটোত তলা-লগোৱা। ধনীৰামৰ কোঠাটোও বন্ধ, টানি দিয়াত সেইটোও খোল খাই গ'ল, তাতো কোনো নাই। বায়নে ডাঙৰ কোঠাটোৰ দুৱাৰ মুখলৈ গৈ তলাটো পৰীক্ষা কৰি চালে, দুৱাৰ-খিৰিকীয়েদি জুমি চালে—ডাঠ পৰ্দাৰ কাৰণে একো নেদেখিলে। দুয়ো চোতাললৈ নামি গ'ল। আন্ধাৰ হৰলৈ আৰু বেছি পৰ নাই। বায়নে কলে, "কলৈ গ'ল মানুহ কিটা ? সেই দুটা কম খোলা আছে বেতিয়া অন্ততঃ ধনীৰাম ইয়াতে ক'ৰবাত আছে, নাইবা ওচৰৰ কৰবালৈ গৈছে, এতিয়াই আহিব। তই পাকঘৰটো চাচোন, মই সৌ মুকলি ঠাইডোখৰ চাওঁ।"

ঘাইঘৰ আৰু পাকঘৰৰ সিফালে পাহাৰৰ দাঁতিলৈকে একঠাং- ডেৰ কঠামান মাটি মুকলি হৈ আছে। কেতিয়াবা বাৰী পতাৰ অনুমান কৰা যায়, কিন্তু এতিয়া একো শাক-পাচলি নাই। বায়ন সেইফালে আগবাঢ়ি গ'ল। সুৰেন ডেকাই পাকঘৰটো খুলি লাইট জ্বলাই চালে : কোনো নাই। আকৌ লাইট মুমুৱাই, দুৱাৰখন টান মাৰি থৈ গুছি আছিল। তেওঁ দেখিলে, মুকলি ঠাই টুকুৰাৰ মাজ ভাগত বায়নে হাউলি কিবা এটা চাইছে, গহৰা গজা বনবোৰৰ কাৰণে কি চাইছে ধৰিব নোৱাৰি। তেওঁও আগবাঢ়ি গ'ল।

কিবা গছ পুলি এটাৰ চাৰিও কালে বাঁহৰ চাপৰ বেৰ দিয়া হৈছে। বায়নে জুৰি চাই কলে, "সেমুটৈজাৰ পুলি যেন লাগে. কিন্তু একুট মান ওখ, অথচ এই বাঁহৰ কাঠি কেইটা একেবাৰে নতুন, গুৰিৰ মাটি খিনিও অলপতে খন্দা যেন লাগে। ধনীৰামে জাপে

ক'ৰবাৰ পৰা ডাঙৰ পুলিয়েই আনি কাইছে নহয়নে? এ, ৰবি ৰবি পাত্ৰবাৰ বেছ দূৰ যেন নেলাগেনে?"

ডেকাই চাই থাকোতেই বাবুৱে পুলিটোত ধৰি টান মাৰি দিলে: অতি সহজেই উভাল খাই আহিল। সেইটো পুলি নহয়, বুঢ়া গছৰ ঠাল এটা মাত্ৰ। বাবুৱে "পুলিটো" দলিয়াই পেলাই দি বাঁহৰ বেৰটো একে আজোৰে উলিয়াই পেলালে। তাৰ পিচত আঠু কাঢ়ি মাটি খান্দিবলৈ ধৰিলে। খৰখৰকৈ হাত চলাই ডেকাই কলে, "পানীও অলপ দিয়া নাই।" কন্তেক পিচতে মাটিৰ তলৰ পৰা তেওঁ এখন হাত লাহে লাহে উলিয়াই আনিলে: এটা খাকী হাফ-পেণ্ট ওলাই আহিল। শুকান মাটিবোৰ জোকাৰি পেলাই বাবুৱে কলে, "চাচোন ইয়াত তেজৰ দাগ আছে নে নাই।"

ভূমি চাই ডেকাই সুধিলে, "ভালকৈ নেদেখি, আছে যেন লাগি-ছেতো। ইয়াৰ মানে কি?"

হাফ পেণ্টটো জাপি-জপি লৈ বাবুৱে হাঁহি কলে, "মনত আছে নে, প্ৰথম দিনা ৰাতি ইয়ালৈ আহোঁতে এটা খাকী হাফপেণ্ট পিন্ধা মানুহ তুমি গাৰে পাকঘৰৰ বেৰৰ পৰা ওলাই পলাই গৈছিল?"

"বাপৰে বাপ! তাৰ মানে এইটো সেই মানুহটোৰ পেণ্ট?"

"তাৰ মানে সেই মানুহটো এই ঘৰতে থাকে।"

'ধনীৰাম নেকি?"

বাবুৱে একো নামাতি তাৰ পৰা আঁতৰি আহিবলৈ ধৰিলে। দুয়ো সেইকালে বাহিৰখন ভালদৰে চাই আকৌ বাৰান্দালৈ আহিল। পশ্চিম কোঠাৰ দুৱাৰৰ ফালে আহোঁতে ক'ৰবাত খটকৈ শব্দ এটা হ'ল। দুয়ো উৎকৰ্ণ হ'ল, কিন্তু কাণৰ ভুল বুলি ভাবি ভিতৰলৈ সোমাই আহিল। তলকালৰ পৰা মটৰ এখন অহা যেন শুনা গ'ল। দুয়ো টাৰ্চ কমৰ কাষে গ'ল। বাবুৱে কৈ গৈছিল, "আমি ইয়াতে অপেক্ষা কৰিব লাগিব, বেছিকৈ কোনো নাহে।" সেই মুহূৰ্ততে

বাহিৰৰ দুৱাৰত দেখিলে এটা মূৰ্ত্তি, হাতত এটা বন্দুক, মুখত এখন ক'লা কাপোৰ, পিন্ধনত এটা লংপেণ্ট আৰু এটা কামিজ, ভৰিত একো নাই। দুৱাৰেদি মণিৰ পৰা বাহিৰৰ অপলীয়া পোহৰত এই মূৰ্ত্তিটোক বৰ ভয়ানক যেন লাগিল। দুই বন্ধু ঠাইতে বৈ গ'ল।

আততায়ীয়ে কলে, "আৰু এখোজ আগবাঢ়িলে জান যাব। পেণ্টটো পেলাই দিয়া।"

সুৰেন ডেকাৰ মুখ বিবৰ্ণ। বায়নে কলে, "এইটো আমি চুৰ কৰা নাই।"

"কোনো কথা নাই।" নকঁপা মাতেৰে মানুহটোৱে কলে, "মই তিনিলৈকে মাতিম। তাৰ ভিতৰত পেণ্টটো মোৰ ভৰিৰ ওচৰত নপৰিলে গুলী কৰিম।"

ডেকাই কুচকুচাই কলে, "দি দে গিৰিশ।"

গিৰিশ বায়ন নিশ্চল।

মানুহটোৱে মাতিলে, "এক। দুই!! "

বায়নে হাতৰ হাফপেণ্টটো মানুহটোৰ ভৰিৰ ওচৰলৈ দলিয়াই দিলে। ঠিক সেই মুহূৰ্ত্তত কোনোবা দুজন মানুহ আততায়ীৰ পাচ ফালে থিয় দিলেহি। তেওঁলোকে চকুৰ পচাৰতে আততায়ীক লোহাৰ হাতেৰে গৰা মাৰি ধৰিলে আৰু নিমিষতে বন্দুকটো কাঢ়ি ললে। লগে লগে কেবাজনো চিপাহী আহি দুৱাৰ মুখত ভৰি দিলেহি। বায়নে হাঁহি কলে, "নিধিৰামৰ মুখৰ কাপোৰখন গুচাই দিয়া বামেশ্বৰ দাদা।"

এজন চিপাহীয়ে মানুহটোৰ মুখা খন খুলি দিলে। ধনীৰাম ওলাই পৰিল। বজ্ৰা চকু দুটা সি তললৈ নমাই ললে। ইতিমধ্যে তাৰ হাত দুখনত হেণ্ডকাফ লাগিছিল। আকৌ সেই মুহূৰ্ত্ততে বায়নে "চব হট যাও!" বুলি বিকট জোৰে চিঞৰি দুৱাৰ দলিৰ মোটেই ওলটোৰ ওপৰত জপিয়াই পৰিল—সকলো গৈ বাহিৰত কৰ্কাল খাই

পৰিল—সুৰেন ডেকাই টিপয় এখনত উজুটি খাই চোকা এখনত উফৰি পৰিলগৈ। প্ৰকাণ্ড ছুৰী এখন সোসোৱাই গৈ দুৱাৰত লাগিল গৈ আৰু আয়না ভাঙি ঝনঝনাই মাটিত পৰি গ'ল। আতঙ্কেৰে ডেকাই দেখিলে ড্ৰয়িং কমৰ দুৱাৰ মুখত জীৱেশ্বৰ বৰা। ক্ৰুদ্ধ বাঘৰ দৰে বাহিৰৰ দুৱাৰলৈ চাই থকা জীৱেশ্বৰ বৰাৰ হাতত এটা মিলিটেৰী ডাঙৰ পিস্তল দেখি ডেকাৰ গাৰ নোম ভাল ভাল হ'ল। ছুৰী ব্যৰ্থ হ'ল সঁচা, কিন্তু পিস্তলৰ গুলী নিশ্চয় ব্যৰ্থ নহয়, কাৰণ 'সমাজৰ বিপদ' জীৱেশ্বৰৰ শত্ৰু দল তেতিয়া মাটিত বাগৰি আছে আৰু পুলিচে নিশ্চয় বন্দুক অনা নাই।

কিন্তু সেই সময়তে খপ্ কৰে এটা শব্দ হ'ল আৰু বৰাৰ হাতৰ পিস্তল মাটিত পৰি গ'ল। বুঢ়াই আহত হাতখন ইখনেৰে ধৰি অলপ কুজা হওঁতেই পাচ ফালৰ পৰা এছ-পি বিনোদ ফুকনে তেওঁক গৰা মাৰি ধৰিলে। একে জাপে উঠি সুৰেন ডেকাও বুঢ়াৰ ওপৰত জপিয়াই পৰিল। তিনিওৰে জোটা-পুটি লাগিল। এনেতে বায়ন খৰখেদাকৈ আহি প্ৰথমে মাটিৰ পৰা পিস্তলটো বুটলি জেপত ভৰাই ললে আৰু তাৰ পিচত ডেকাক আতৰাই জীৱেশ্বৰ বৰাক ওপৰা-ওপৰিকৈ চাৰি-পাঁচ চৰ গাৰ বলেৰে মাৰি কাষিল কৰি টানি আনি চকি এখনত পেলাই দিলে। "উঁহ" কৰে শব্দ কৰি বুঢ়া নিস্তেজ হ'ল। কেইজনমান চিপাহীয়ে আহি বুঢ়াৰ ভাৰ ললে।

বায়নে কলে, "বলক ছাৰ, ভিতৰ পিনৰ বন্ধ কোঠাটোলৈ ব'লক। সুৰেন চৰ লাইট জ্বলাই দে। আমাৰ আচল কাম কিজানি এই বুঢ়াৰ কবজতহে।"

এছ-পি, অ'-চি, বায়ন আৰু দুজনমান চিপাহী ভিতৰ পিনৰ বাৰান্দালৈ গ'ল। বায়নে কলে, "চিপাহী, তোমালোকে ঘূৰি পাচ ফালে যোৱা, নিশ্চয় তাত এখন খিৰিকী খোলা আছে। জলদি! বাজেশ্বৰ পাল, এই তলাটো ভাং। জলদি।"

দুজন চিপাহী দৌৰ দিলে পাচ ফাললৈ। ৰামেশ্বৰ লাল নামৰ চিপাহী জনে হাতৰ লাঠীৰে টিঙনিয়াই জীৱেশ্বৰ বৰাৰ কোঠাৰ দুৱাৰত উলমি থকা তলাটো ভাঙি পেলালে। দুৱাৰ খুলি লৰালৰিকৈ তেওঁ-লোক ভিতৰ সোমাই গ'ল। ৰায়নে খেপিয়াই ছুইচটো বিচাৰি লাইট জ্বলাই দিয়াৰ লগে লগে খিৰিকীয়েদি সোমোৱা চিপাহী এজনে কৈ উঠিল, "হুজুৰ সৰ্ব্বনাশ হো গিয়া।"

সকলোৱে দেখিলে প্ৰকাণ্ড পালেংখনৰ ওচৰতে মাটিত ৰাজীৱ-লোচন পৰি আছে, বুকুৰ ওচৰত বহুত তেজ। কান্ধ আৰু পিঠিৰ পিনে ছুৰী মৰাৰ চিন। তেজ লগা ছুৰী এখন অলপ দূৰত পৰি আছে।

গিৰিশ ৰায়ন আৰু বিনোদ ফুকনে দুফালে আঁঠু কাঢ়ি বহি ৰাজীৱলোচনক পৰীক্ষা কৰিলে। ফুকনে কলে, "অজ্ঞান হৈ আছে, কিন্তু মৰা নাই। কুইক্। এতিয়াই হস্পিটেললৈ নিব লাগে। আমাৰ গাড়ীতে যাওক।"

অ'-চিয়ে কলে, "হয় ছাৰ। মযেই লৈ যাওঁ।"

সকলোৱে ধৰা-ধৰিকৈ ৰাজীৱলোচনক বাহিৰলৈ উলিয়াই নিলে। ঘৰৰ ভিতৰেদি নিনি, পাকঘৰৰ দাঁতিয়েদি বাহিৰে বাহিৰেই তেওঁক নি তলত থকা গাড়ীত তুলি দিয়া হ'ল। দুজন চিপাহী আৰু অ'-চিয়ে তেতিয়াই হস্পিটেললৈ যাত্ৰা কৰিলে।

ৰায়ন আৰু বিনোদ ফুকন ঘৰটোলৈ উলটি আহিল। লাঠী ধাৰি চিপাহী কেইজনে বাহিৰত ধনীৰামক আৰু ভিতৰত জীৱেশ্বৰ বৰাক তীক্ষ্ণ দৃষ্টিৰে ৰখি আছিল। সুৰেন ডেকা বাহিৰতে আছিল। ৰায়নে কলে, "নিধি, ব'লা তুমিও ভিতৰতে ৰহিবা।"

চিপাহীয়ে ধনীৰামক ঠেলি ঠেলি ভিতৰলৈ লৈ গ'ল। সি কলে, "মোৰ নাম ধনীৰাম।"

ৰায়নে কলে, "ইয়াত আৰু তুমি চাকৰি নকৰিলেও হব।

গতিকে সেইটো নামৰ চাউল উকলিল। এতিয়া বৰৰ নামটোৱেই চলিবা। তোমাৰ ককাদেউতা বংশী শইকীয়াই মোক কলে, যাৰাই বোলে তোমাক মৰমতে নিধি বুলি মাতিছিল।"

নিধি ওৰফে ধনীৰামে একো নেমাতিলে। হাত-কেৰেয়া মাৰি বহুৱাই থোৱা জীৱেশ্বৰ বৰাৰ ওচৰতে এখন টিপয়ৰ ওপৰতে তাক বহুৱাই দিয়া হ'ল। বায়নে নিজৰ বিভলভাৰটো উলিয়াই হাতত ললে। পকেটৰ পৰা মিলিটেৰী পিস্তলটো উলিয়াই অলপ পৰীক্ষা কৰি চাই সেইটো সুৰেন ডেকাৰ হাতত দি কলে, "ইয়ঁতৰ যেই-সেই এটাক উঠা যেন দেখিলেই তই গুলীয়াই দিবি। আমাৰ এক, দুই গণ্টি কৰিবৰ নাই।" এই বুলি তেওঁ আঁঠুৰত পৰি থকা খাকী হাফ-পেণ্টটো বুটলি লবলৈ গ'ল।

এচ-পি ফুকনে কলে, "মোৰ হাততো বিভলভাৰ আছে শিৱিণ, চিন্তা নকৰিবা।"

হাফ-পেণ্টটো সকলোকে দেখুৱাই বায়নে কলে, "এই হাফ-পেণ্টটোৱেই এই কাল সন্ধ্যাৰ নাটকখন মেলালে ছাৰ। পদ্মলোচন বৰাক হত্যা কৰাৰ নিশা বাৰ বজা মানত মই আৰু মোৰ বন্ধু এওঁ সুৰেন ডেকাই হত্যাকাণ্ডৰ খবৰ দিবলৈ আহি এইখন ঘৰৰ পাকঘৰৰ ফালৰ পৰা এটা হাফপেণ্ট পিন্ধা মানুহ শুদা গাৰে মোৰ টৰ্চৰ পোহৰত সাউৎ কৰে পলাই যোৱা দেখিবলৈ পাওঁ। তাক আমি ধৰিব নোৱাৰিলো। কিন্তু তাক বা হাফ-পেণ্টটোক মই তেতিয়াৰে পৰা বিচাৰি আছিলো। আজি অলপ আগতে বৰ ৰহস্যজনক ভাৱে বাৰীৰ মাজত নেমু টেঙাৰ ঠাল এটাৰ তলত পুতি থোৱা অৱস্থাত এইটো বিচাৰি পালো।"

বায়নে বন্দী দুজনৰ ফালে চালে। তেওঁলোকে তলমূৰ কৰি বহিয়ে থাকিল। বায়নে কবলৈ ধৰিলে, "আমাক খিৰিকীয়েদি এওঁলোকে নিশ্চয় চাই আছিল।"

বিনোদ কুকনে সুধিলে, 'দুৱাৰত তলা নলগোৱাৰ অৰ্থ ?"

"কৈছো ছাৰ," বায়নে হাঁহি কলে : 'সুৰেন আৰু মই আহি থাকোতে এওঁলোকে নিশ্চয় ৰাজীৱলোচনক হত্যা কৰিব ধৰিছিল। কিন্তু আমাৰ মটৰ চাইকেলৰ শব্দ শুনি কাম শেষ কৰিব নোৱাৰিলে। এই দুটা কোঠাৰ দুৱাৰ আগৰে পৰা ঠেলি থৈছিল। আমি অহা গম পাই সিটো কোঠাৰ খিৰিকী এখন খুলি বাহিৰৰ পৰা তলা লগাই আকৌ খিৰিকীয়েদি সোমাই থাকিল। তেতিয়া হলে ঘৰত কোনো মখকা যেন দেখাৰ। কিন্তু ভিতৰৰ পৰা আমাৰ সকলো কাৰ্য্য-কলাপ এওঁলোকে চাই আছিল। হাফ-পেণ্টটো লুকুৱাই থোৱা ঠাইত আমাক দেখিয়েই এওঁলোকে থিৰ কৰি পেলালে যে

পেণ্টটো যেনে তেনে উদ্ধাব কবিবই লাগিব, কাবণ পলাই যোৱা পেণ্ট পিন্ধা মানুহটোব কথা জীৱেশ্বৰ বৰাক মই কৈছিলো, হাফ-পেণ্টটো আমাৰ এটা ডাঙৰ প্ৰমাণ—এইৱা ইয়াত স্পষ্ট তেজৰ ডাগ আছে। গতিকে ধনীৰামে লবালবিকৈ ভেশচন এটা কৰি, মুখত কাপোৰ খন বান্ধি লৈ, বন্দুকটো লৈ খিৰিকী খুলি ওলাই গ'ল। আমি যে এই পিনেদি আহিম সেইটো অনুমান কৰি লৈছিল। ধনীৰামে ঠিক সেইমতে আহি আমাক এই কমত আগভেটি ধৰিলে। বৰা ডাঙৰীয়াও নিশ্চয় সেই সময়তে খিৰিকীয়েদি অস্ত্ৰ-শস্ত্ৰ লৈ ওলাই আহিল। মই আমাৰ মানুহ অহালৈ হুৰুকা-পিচলি কৰিবলৈ ধনীৰামৰ লগত দুআষাৰ কথা আৰম্ভ কৰি দিলো। কিন্তু তেওঁ আৰু সময় অবাৰত খৰচ কৰা বিধৰ মানুহ নহয়—পুলিচৰ হাতৰ পৰা হেণ্ডকাফ সহ এৰাই গৈ গাড়ীৰ পৰা নদীত জপিয়াই পলাই যোৱা মানুহ ধনীৰাম!—কেঁচা মানুহ নহয়। গতিকে এক, দুই, তিনি গণ্টি কৰিবলৈ ধৰিলে। ভাগ্যে দুই বোলোতেই মই পেণ্টটো তেওঁক দি দিলো—আৰু সেই মুহূৰ্ত্তেই আমাৰ মানুহ আহি তেওঁক ধৰি পেলালেহি। ছাৰ আপুনি পাচ কালে নোযোৱা হলে পিচে আমাৰ কেৱা জনেও আজি প্ৰাণ দিব লগা হ'লহেঁতেন।"

এছ-পিয়ে কলে, "কমলিনীয়ে কোন কৰোতে মইয়ো থানাতে আছিলো। গতিকে মইয়ো লগতে ওচি আহিলো। এওঁলোকক মনে মনে আগবাঢ়িবলৈ কৈ মই কিবা ভাবি অকলে পাচ কাললৈ গলো। ঘৰটোৰ আঁৰৰ পৰা প্ৰথমে ভুমুকি মাৰি চালো: এজন মানহক সৌ দিকালৰ পৰা কোৰা কুৰিকৈ অহা দেখি মই লুকাই পৰিলো। তেওঁ সোমাই যোৱা মাত্ৰকে মই পাচ ললো। কিন্তু মই তেওঁক লগ পোৱাৰ আগতেই তেওঁ ছুৰীখন মাৰি পঠিয়ালেই—তুমি কিন্তু ঠিক সময়তে ঘটনাটো দেখিলা—সেইদৰে চিঞৰ মাৰি আঁচাইকে আঁতৰাই নিদিয়া হলে [illegible]ৰ বিপদ আছিল, যি

নোনো এজনৰ । যেতিয়া জীৱেশ্বৰ বৰাই পিস্তলটো দাঙি ললে তেতিয়া মই পৰ্দ্দাখনৰ পিছফালে, তেওঁৰ পৰা মাত্ৰ দু ফুট আঁতৰত থিয় হৈ আছিলো। ষ্টিক ডালেৰে সাৱধানে তেওঁৰ হাতত কোব মাৰি দিলো। লগে লগে ডেকা উঠি আহিলেই; আমি দুয়ো বৰা দেউৰ সাৰট মাৰি ধৰিলো।"

গিৰিশ বায়নে কলে, "জীৱেশ্বৰ বৰা, আপুনি সকলো কথা খুলি কওক।"

বৰাই কোনো মতে কলে, "মোৰ একো কব লগা নাই।"

"তাৰ মানে আপুনি কব খোজে নেকি যে আপুনি দোষ স্বীকাৰ কৰিছে ?"

"মই আপোনাক মোৰ বিষয়ে সকলো কথা কৈছো। তাত আপুনি সন্তুষ্ট হৈছে। পদ্ম বা ৰাজীৱৰ মৃত্যুৰ বাবে আমাক দোষী পতাৰ কোনো প্ৰমাণ নাই।"

বায়নে পকেটৰ পৰা কাগজ এখন টান মাৰি উলিয়াই কলে, "আপোনাৰ আত্মজীৱনীৰ বিষয়ে একো সন্দেহ নকৰা বাবে আপুনি ভাবি লৈছে মই আপোনাক বিশ্বাস কৰিছো বুলি। হত্যা-কাণ্ড সংক্ৰান্তত আৱশ্যক হলে মই মোৰ দেউতাকো অবিশ্বাস কৰিম। আপুনি জীৱেশ্বৰ বৰা আৰু আপোনাৰ বিষয়ে সম্পূৰ্ণ কথা কোৱা নাই। এইখন বাৰ্ম্মা গৱৰ্ণমেণ্টৰ টেলিগ্ৰাম; আপোনাৰ স্বভাৱ চৰিত্ৰৰ বিষয়ে সুন্দৰ চাৰ্টিফিকেট; ৰেঙ্গুণত আপুনি ব্যৱসায়ৰ আঁৰ লৈ ডকাইতি কৰি ফুৰিছিল, স্মাগ্লিং কৰিছিল; বাৰ্ম্মিজ পুলিচৰ ভয়ত যুদ্ধৰ সময়ত ইভাকুই সাজি আপুনি অসমলৈ পলাই আহিল। এইবিলাক আচল কথাকে লুকুৱাই আপুনি ভদ্ৰবেশী হৈ আপোনাৰ অতীত ব্যৱসায় এই দেশতো, আপোনাৰ স্বদেশতো চলাই থাকিব খুজিছিল। বাৰ্ম্মিজ পুলিচৰ চকুত ধূলি দি আপুনি ভাবিছিল খুব, কানিয়া-ভাঙ্গুৱাৰ দেশ অসমত আপোনাক কোনে

ধৰিব। কিন্তু মনত ৰাখিব, সকল মানুহে ভবাতকৈ সফলতৰ মানুহ সংসাৰত থাকে।"

জীৱেশ্বৰ ৰৰা নিমাত।

ৰায়নে কলে, "আৰু প্ৰমাণ....কিহৰ প্ৰমাণ লাগে? আপোনাৰ বন্ধ কোঠাত শৰীৰৰ জখমেৰে সৈতে পলিচে ৰাজীৱলোচনক পাইছে, জখম কৰা ছুৰীখনো তেজ লগা অৱস্থাত পোৱা হৈছে। তাতকৈ বেছি প্ৰমাণ লাগে যদি শুনক—ৰাজীৱলোচন মৰা নাই, তেওঁ তেওঁৰ হত্যাকাৰীৰ নাম কব পাৰিব।"

"কি?!" বুলি ৰৰাৰ মুখৰ পৰা অতৰ্কিতে ওলাই পৰিল। তেওঁ আৰু ধনীৰাম দয়ো অবাক হৈ ৰায়নলৈ মুৰ তুলি চালে।

ৰায়নে নিৰৱে হাঁহিছিল। তেওঁ কলে, "ধনীৰাম, নে নিধিৰাম, নে নিধি। তোমাৰ আত্মজীৱনী কোৱা চোন। পুলিচৰ হাতৰ পৰা পলাই গৈ ইমান দিনে কি কৰিছিলা? ক'ত আছিলা?"

ধনীৰামে কলে, "ছাৰ, মিছা কথা নকওঁ, মানুহ এজন মাৰি ধৰা পৰি প্ৰাণৰ ভয়ত গাড়ীৰ পৰা নদীত জপিয়াই পৰিছিলো। তাৰ পৰা হাৰিয়ে হাৰিয়ে পলাই বহুত দিন লুকাই আছিলো। লাহে লাহে কুলিৰ কাম কৰি কৰি কহিমা ওলালোগৈ। ভয়তে একে ঠাইতে বেছি দিন নেথাকি ঘূৰি-পকি মণিপুৰ ওলালোগৈ। তাৰ পৰা বাৰ্মা ওলালোগৈ। মণিপুৰ আৰু বাৰ্মাৰ মাজত চোৰাং কাৰবাৰ ভেথাৰ চলে। সেইবোৰত মযো লাগিলো। এনেকৈয়ে এখেতৰ লগত চিনাকি হলো। অসমীয়া মানুহ বুলি এখেতে মোক বেছ-পলৈ লৈ গ'ল। এখেতৰ লগত কেবা বছৰো থাকি এখেতৰ নানান কামত সহায় কৰি দিছিলো। সঁচা কথা কবলৈ গলে ডকাইতি আৰু চোৰাং কাৰবাৰ আমাৰ মাই কাৰবাৰ আছিল, কানিচাষৰ কাৰবাৰ এটা থাপ্পাবাজী মাত্ৰ। পিচে যুদ্ধৰ সময়ত এখেত এদিন মনে মনে উঠি আহিল। মই তাতে থাকি গলো। বান্দিজ দল এটাৰ

লগ লাগি লুট-পাটৰ কামত লাগি আছিলো। পিচলৈ সিইঁতে মোক ভাল নোপোৱাত মযো পলাই আহিলো। অসমলৈ আহি কেইমাহ মান কি কৰিম, কি নকৰিম বুলি ঘূৰি ফুৰিছিলো। বেয়া কাম কৰি কৰি নিজৰ ওপৰতে ঘৃণা হৈছিল। গতিকে সেইবোৰ এৰি পেলাবলৈকে থিৰ কৰিলো। এনেতে এদিন ডিমাপুৰত এখেতক আকৌ লগ পালো। এখেতে মোক আকৌ লগতে ৰাখিলে। পিচে ঠিকাৰ কামত সুবিধা কৰিব নোৱাৰি এখেত এই পিনে গুচি আহিল আৰু মোক পিচত বিচাৰি আহিবলৈ কলে। মোৰ আকৌ আৰ্জ্জন নাইকিয়া হল। গতিকে এখেতকে আকৌ বিচাৰি আহি এইখিনি পালোহি। এখেতে ইয়াতে মোক বান্ধনি কৰি ৰাখিলে। পিচত লাহে লাহে এখেতে ককায়েকৰ ল'ৰা কিটাক খতম কৰাৰ কথাটো উলিয়ালে আৰু তাকে কৰিব পাৰিলে মযো বহুত টকা পাম বুলি মোক লোভ দেখুৱালে। লোভেই পাপ ছাৰ—মযো মাপি হলো।"

বাৰনে মাজতে সুধিলে, "তুমি যে পদ্ম বৰা আৰু ৰাজীৱলোচনৰ ভাই, সেই কাৰণে তেওঁলোকৰ সম্পত্তিৰ ভাগ তুমিও পাবা—এখেতে এইদৰে লোভ দেখুৱাইছিল নেকি ?"

"হয় ছাৰ।"

বিনোদ ফুকনে সুধিলে, "তাৰ মানে পিৰিৰ ? এওঁ পদ্মৰ ভায়েক কেনেকৈ হ'ল ?"

বাৰনে কলে, "ধনীৰাম ওৰফে নিধি বীৰেশ্বৰ বৰাৰ অবৈধ সন্তান। দেউতাকে কিন্তু মাক-পুতেক কাকো পিচলৈ আশ্ৰয় নিদিলে বা সহায়ো নকৰিলে। মাক এদিন কেনিবা নোহোৱা হৈ গ'ল। মানুহৰ অৱহেলাৰ কাৰণেই হওক, তুচ্চ-তাচ্ছিল্যৰ কাৰণেই হওক বা আন কি কাৰণেই হওক, নিধি আওবাটে গ'ল—চুৰি আৰু ডকাই-তিকে তেওঁ জীৱিকা কৰি লৈছিল।"

অলপ সময় সকলোটি নিমাত। তাৰ পিচত বাৰনে সুধিলে,

"ধনীৰাম, তাৰ পিচত কি কৰিলা কোৱা।"

"বাকীখিনি আপোনালোকে জানেই ছাৰ। মই ভাল হবলৈ চেষ্টা কৰিছিলোৱেই। এই বুঢ়াপাটৰ কথাতেই পদ্মক মাৰিবলৈ গাত ললো। আজিৰ দৰেই সিদিনাও গধূলি সেই একোটা কোঠাতে পদ্মক ছল কৰি এখেতে মাতি নি প্ৰথমে কিবা কথা উলিয়াই তৰ্কা-তৰ্কি কৰিলে, তাৰ পিচত বুঢ়াই ভতিজাকক ধনঞ্জয় চৰ এটা মাৰি মাটিত বগৰাই দিলে। মই আগৰে পৰা ডেগাৰ এখন লৈ তাতে লুকাই আছিলো। আগৰ বন্দবস্ত মতে মই সেই মুহূৰ্ত্ততে ওলাই আহি পদ্মৰ ওপৰত জপিয়াই পৰিলো। নমৰা যেন দেখি বুঢ়াই নিজেই ডেগাৰখন মোৰ হাতৰ পৰা লৈ দুখোচ মান মাৰি শেষ কৰি দিলে।"

"লাচটো শান্তিপুৰলৈ কেনেকৈ নিলা?"

"এখন মটৰত ছাৰ। বুঢ়াই আগতে চৰ ঠিক-ঠাক কৰি থৈছিল। পদ্ম যে মদন বৰুৱাৰ ঘৰলৈ যায় সেইটো এখেতে জানিছিল। সেই দিনা যে বৰুৱাৰ ঘৰত গধলি কোনো নেথাকে তাকো কেনেবাকৈ খবৰ কৰি থৈছিল। সেইদিনাই গধূলি এখন মটৰত কোনোবা মানুহ এজন আহিছিল। বহুত পৰ কথা পাতি পাতি যাবৰ সময়ত মটৰখন নেপাই—ড্ৰাইভাৰে কেনিবা লৈ গৈছিল—ঘৰৰ খনতে মানুহ জনক পঠিয়াই দিলে। অলপ পিচতে ইখন আহিলত তাৰ ড্ৰাইভাৰক এখেতে কলে চাহাব কেনিবা গৈছে, আকৌ আহিব। ড্ৰাইভাৰক কিবা আনিবলৈ পঠাই দিয়েই পদ্মক খতম কৰি সেই মটৰতে মৰা-লবিকৈ তুলি আমি শান্তিপুৰলৈ গলো—গাড়ী এখেতেই চলাইছিল। গধূলিৰ আন্ধাৰত লাচটো বৰুৱাৰ বাৰান্দাত থৈ অহা আমাক কোনেও নেদেখিলে। ঘূৰি আহি ড্ৰাইভাৰক মটৰখন দি কলো যে চাহাব ইতিমধ্যে অহাত তেখেতৰ সৈতে যাবি ওলাই গৈছিলো। ড্ৰাইভাৰে ভেতিয়া মটৰখন লৈ গ'ল। তেজবোৰ টৰ্চ্চ মাৰি মাৰি মই বিহান পাৰো কটা কাপোৰ এখনেৰে মচি পেলাইছিলো।"

বায়নে সুধিলে, "সেই ৰাতিখন তুমি পাকঘৰৰ পৰা সেইদৰে পলাইছিলা কেনেকৈ ?"

"মোৰ চোলা আৰু পেণ্টত তেজ লাগিছিল ছাৰ। পাকঘৰত সোমাই সেই দুটা মই মনে মনে এচৰিয়া পানীত ধুই আছিলো—টৰ্চ্চ মাৰি মাৰি। এবাৰ বাহিৰত কিবা শব্দ এটা শুনি খিৰিকী খুলি ওলাই চাইছিলো। আপোনালোকৰ টৰ্চ্চৰ পোহৰ দেখি খিৰিকীয়েদি ওলাই, খিৰিকীখন বন্ধ কৰি হাবিয়নি ডৰালৈ দৌৰ মাৰিলো। ধৰা পৰা হ'লে সেই দিনাই গতি লাগিলহেঁতেন। পিচে ভাগ্য ভাল আছিল। মনে মনে উলটি আহি মোৰ কোঠাত সোমাই কাপোৰ সলাই শুই থাকিলো। হাফপেণ্টটো বিচনাৰ তলতে থৈছিলো— ভাগো আপুনি সেই দিনাই বিচাৰ-খোচাৰ নকৰিলে। পিচদিনা সেইটো মাটিত পুতি থলো, ওপৰত নেমুটেঙাৰ ঠাল এটাও কই দিলো যাতে মানুহে সন্দেহ নকৰে। পেণ্টটো ধুই মেলি দিবৰ উপায় নাছিল, কাৰণ আপোনালোকে সেইটো দেখিছিল।"

বিনোদ ফুকনে কলে, "তোমাৰ বুদ্ধি আছে ধনীৰাম, মাত্ৰ তাক ভাল কামত খটোৱা নাই। নহলে তুমি সঁচাকৈয়ে এডোখৰ দিখি হলাহেঁতেন।"

"নামে-কামে কমেই মিলে ছাৰ। নহলেনো এখেত ছাৰে নেমুটেঙাৰ ঠালটোক ইমান সন্দেহ কৰেনে ? সেইটোৱেই আবাৰ কাল হ'ল। হাফপেণ্টটো পোৱা দেখি আৰি ভয়তে খৰখেদাকৈ কাম কৰি ধৰা পৰিলো।"

এনেতে তলত এখন ট্ৰাক ৰোৱাৰ শব্দ শুনা গ'ল। অলপ পিচতে এজন আৰ্মড পুলিচ আহি এছ-পিক চেলুট দিলে। বন্দী দুজনক এজাল বটীৰে বান্ধি লাহে লাহে নমাই নৈ যোৱা হ'ল। এছ-পিয়ে দুজন আৰ্মড পুলিচ ষৰটোত থৈ গ'ল। মৰ্কৰ্মাত দৰকাৰ হব পৰা বস্তবোৰ আগতেই নৈ যোৱা হৈছিল।

# ১৩

পিচ দিনা আবেলি এছ-পিৰ বঙলাত এখন সৰু ঘৰুৱা চাহ মেল বহিল। তাতে আমন্ত্ৰিত হৈছিল মাত্ৰ অ'-চি; গিৰিশ বায়ন, কমলিনী আৰু সুৰেন ডেকা। বায়নৰ অনুসন্ধান পদ্ধতি তেওঁৰ মুখেই শুনিবৰ উদ্দেশ্যে বিনোদ ফুকনে এই চাহমেলৰ আয়োজন কৰিছিল। তেওঁৰ পা-পৰিয়াল কোনো ঘৰত নাছিল, কেইদিন মানৰ কাৰণে শ্বিলঙলৈ গৈছিল। কমলিনী আৰু সুৰেন ডেকাই তেওঁক কেনে কেনে ধৰণে সহায় কৰিছে সেই কথা বায়নে এছ-পিক কৈছিল; সেইবাবে তেওঁলোকেও নিমন্ত্ৰণ পাইছিল।

চাহ খাই খাই বায়নে কবলৈ ধৰিলে:

"হত্যাকাণ্ডৰ দিশাই মই চিন্তা কৰি চালো, পদ্ম বৰাৰ নিচিনা নিৰীহ ডেকা এজনক প্ৰাণে মৰাৰ কি উদ্দেশ্য থাকিব পাৰে? তেওঁ গুণ্ডা-বদমাচৰ লগত নুফুৰে, জুৱা নেখেলে, কাৰো লগত তেওঁৰ শত্ৰুতা নাই। তেওঁৰ অগাধ সম্পত্তিৰ কথা অলপ-অচৰপ শুনিছিলো; মদন বৰুৱাৰো তেওঁলোক বৰ চহকী বুলি কলে। টকাৰ কাৰণেই পদ্মক হত্যা কৰিব নোৱাৰেনে? কিন্তু পদ্মক হত্যা কৰিলেই টকা নেপায়—টকা বেঙ্কতহে থাকে, মাটি-বাৰীত থাকে। মদন বৰুৱাৰ মুখত মদৰ গোন্ধ পালো। তেওঁ চহকী মানুহ নহয়, ক'টৰ সাধাৰণ কেৰাণী মাত্ৰ। মদ খাবলৈ তেওঁ পইচা ক'ত পায়? পদ্মৰ পৰা ধাৰ লয় নেকি? পদ্ম তেওঁৰ ঘৰলৈ ঘনাই গৈছিল—ফিনতিৰ কাৰণে। এই সুবিধাতে মদন বৰুৱাই পদ্মৰ পৰা টকা সৰকোৱাটো আচৰিত কথা নহয়। আন হাতে সেইদিনা বৰুৱাই মোৰ আগত ফাকি মাৰিছিল—চিনেমা চাবলৈ তেওঁ যোৱা নাছিল, কেৰিলীটোক বিজুলীত ধৰুৱাই দি মাৰফৰীয়াত ৰনজাম কটকীৰ

ঘৰত মদ খাই আছিলগৈ। টিকেটৰ কাউণ্টাৰফাইল কেইটা চাওঁতে কথাটো ওলাই পৰিল। স্বাভাৱিকতে তেওঁৰ ওপৰত মোৰ সন্দেহ হ'ল। মিনতি আৰু পদ্মাৰ সম্পৰ্ক লুকুৱাই ৰখা বাবেও তেওঁৰ ওপৰত মোৰ চোভা বাঢ়িল—কমলিনীৰ সহায়ত সেইটো মই অৱশ্যে পিচ দিনা উলিয়ালো আৰু পিচ দিনা তেওঁৰ ঘৰ খানা-তালাচ কৰি পদ্মাৰ চিঠি বৰুৱাই লুকুৱাই থোৱাৰ পৰাই উদ্ধাৰ কৰি আনি সেই সম্বন্ধটো প্ৰমাণ কৰি থলো। সেই দিনাই বৰুৱাৰ ঘৰত ভোমোৰা আলহী যমুনালাল কানৱিয়াই মোৰ কামত বাধা দিছিল।

"ইপিনে পদ্মাৰ ঘৰৰ হাফপেণ্ট পিন্ধা মানুহটোৱে মোৰ মগজুত ঘমঘণ্ট লগাই দিলে। তাক সাধাৰণ চোৰ বুলি ধৰিবলৈ মোৰ কোনো মতেই বিশ্বাস হোৱা নাছিল। অথচ ঘৰখনৰ লগত তাক জড়িতও কৰিব পৰা নাছিলো। জীৱেশ্বৰ বৰাৰতো প্ৰশ্ন নুঠেই, ধুতি পিন্ধি চকু মোহাৰি ওলাই অহা ধনীৰামকো মই সেই পলাই যোৱা মানুহটো বুলি ভাবিব নোৱাৰিলো। বুঢ়াৰ কথা প্ৰথমে একো নেভাবিছিলো কাৰণে একো সন্দেহো কৰা নাছিলো। সেই বাবে ধনীৰামৰ কোঠাটো এবাৰ ভুমুকি মাৰি চোৱাৰ বাহিৰে আন প্ৰকাৰে খানা-তালাচ কৰা নাছিলো। জীৱেশ্বৰ বৰাও এনে ভাল ভাৱৰীয়া যে তেওঁৰ আচৰণে মোৰ মনত কোনো সন্দেহৰ অৱকাশেই নেৰাখিলে—প্ৰথম অৱস্থাতহে অৱশ্যে।

"তাৰ পিচত মই নিজে মনশ্যাৰ কটকীৰ ঘৰলৈ গৈ গম পালো যে আগ দিনা ৰাতি তেওঁৰ ঘৰলৈ চিনেমা চলি থকা সময়ৰ ভিতৰত মদনমোহন বৰুৱা থকাগৈ নাঁচা। সেই সময়ৰ ভিতৰতে পদ্মাক হত্যা কৰা হৈছিল। তেতিয়া হলে বৰুৱাই পদ্মাক হত্যা কৰিব নোৱাৰে। অৱশ্যে আন মানুহক লগাই মৰাব পাৰে। সেই বাবে মোৰ বন্ধু সুৰেন ডেকাক মই বৰুৱা আৰু কটকীৰ বিষয়ে অনুসন্ধান কৰিবলৈ লগাই দিলো। তেওঁ যি পালে তাৰ পৰা বুজা

গ'ল যে এই বন্ধু দুজন জঘন্য চৰিত্ৰৰ মানুহ। মদ খোৱাৰ কাৰণে তেওঁলোকে যিমান দৰকাৰ সিমান তললৈ নামি যাব পাৰে। যুদ্ধৰ দিনত বোলে তেওঁলোকে মিলিটেৰীলৈ গাভৰু ছোৱালীৰ যোগান ধৰি ধন ঘটিছিল বা মদৰ বটল সৰকাইছিল। এতিয়াও বোলে মদন বৰুৱাই জীয়েকহঁতক দেখুৱাই চহকী মানুহৰ পৰা টকা সৰকায়। কানৰিয়া আৰু পয়োধৰ বৰুৱা ঠিকাদাৰ তেনে দুজন মানুহ, তেওঁলোকক পিচ দিনা মই মদন বৰুৱাৰ ঘৰত লগ পাইছিলো। তেওঁ পদ্মকো নিশ্চয় সেই ধৰণেই লোভ দেখুৱাই পইচা সৰকাইছিল। শুনা যায় কেবা হেজাৰো টকা সেইদৰে তেওঁ পদ্মৰ পৰা ধাৰলৈ লৈছিল। ওচৰ-পাজৰৰ মানুহে ভাবে যে সেই ধাৰৰ টকা নিদিবৰ মনেৰেই কেলেঙ্কাৰী থকা বৰ জীয়েক সুশীলাক পদ্মলৈ বিয়া দিব খুজি, পদ্ম মান্তি নোহোৱাত, মিছাতে খং কৰি দেখুৱাই সম্বন্ধ ছিঙিব খুজিছিল। কিন্তু পদ্মই স্পষ্ট ভাষাত বিনতিৰে লিখিছিল যে টকাখিনি তেওঁক ঘূৰাই নেলাগে আৰু সেই চিঠি বৰুৱাই নিশ্চয় পঢ়িছিল। কিন্তু কটকী বা বৰুৱা কাৰো ক্ষেত্ৰত হত্যাৰ নিচিনা ঘটনা এটাও নোলাল। গতিকে বৰুৱাই পদ্মক হত্যা কৰিব পৰা সন্দেহটো মই এৰি দিবলৈ আৰম্ভ কৰিলো।

"তেতিয়া মই ভাবিবলৈ ধৰিলো, হত্যাকাণ্ডৰ লগত জীৱেশ্বৰ বৰাৰ কিবা সম্পৰ্ক থাকিব পাৰে নেকি বুলি। এনে সন্দেহৰ এটাই কাৰণ থাকিব পাৰে : সম্পত্তি। জীৱেশ্বৰ বৰাৰ অপাৰ সম্পত্তি। উত্তৰাধিকাৰী মাত্ৰ দুটা ল'ৰা—পদ্মলোচন আৰু ৰাজীৱলোচন। তেওঁলোক যদি নেথাকে তেন্তে সম্পত্তি কোনে পাব? সন্তানৰ নামত উইল থাকিলে আৰু সেই সন্তান মৰিলে হয়তো আইনতঃ নিকটতম সম্পৰ্কীয় মানুহে পাব পাৰে। জীৱেশ্বৰ বৰাৰ সেইটোৱেই উদ্দেশ্য হ'ব নোৱাৰেনে? তেওঁৰ জীৱন কাহিনী জানি শুনিলো। সৰহ ভাগ কাল তেওঁ বৃন্দাবনত কটালে। তাত কি ধৰণৰ জীৱন

যাপন কৰিছিল কোনে জানে ? তেওঁ নিজে কোৱা মতে সৎ ব্যৱসায়ৰ জীৱন কটোৱা কথাটো মই এই সময়ত মানি লবলৈ চেষ্টা কৰিলো। তেওঁক বিশ্বাসত আনিবলৈ মই আৰু ডেকাই পাৰ্য্যমানে চেষ্টা কৰিলো। বুঢ়া ভোল গ'ল।

"এটা ঘটনাই মোক এই বাটেদি অনুসন্ধান কৰিবলৈ বিশেষ ভাৱে উৎসাহ যোগালে : বীৰেশ্বৰ বৰাই কৰি থৈ যোৱা উইলখন তেওঁলোকৰ উকীল নন্দ শৰ্ম্মাৰ ঘৰত চাবলৈ প্ৰায় মাজনিশা মই আৰু ডেকা গলো। আমি গৈ পাওঁ পাওঁ হওঁতেই পদ্মহঁতৰ গাড়ীখন উকীলৰ ঘৰৰ মুখৰ পৰা আঁতৰি যোৱা আমি দেখিলো। অনেক চেষ্টা কৰিও উকীলৰ পৰা উইলখন আমি চাবলৈ নেপালো। সেই খন চাবলৈতো তেওঁ নিদিলেই বৰং বহুত ঠাট্টা-মস্কৰাহে কৰি পঠালে। ইয়াৰ পৰা দুটা কথা মই অনুমান কৰিলো : এক, জীৱেশ্বৰ বৰাই সা-সম্পত্তি বা উইল সম্পৰ্কে পুলিচক বা আন কাকো নকবলৈ উকীলক নিৰ্দ্দেশ দি আছিল, দুই, উইলত এনে কিবা ব্যৱস্থা নিশ্চয় আছিল যাৰ দ্বাৰা পুতেক দুজনৰ অবিহনত বীৰেশ্বৰ বৰাৰ সকলো সম্পত্তি জীৱেশ্বৰ বৰাই ভোগ কৰিবলৈ পাব।

"কামত আহিব বুলি মই পদ্ম বৰাৰ এলবামৰ পৰা পদ্ম আৰু সেউতাৰ ফটো দুখন চুৰ কৰিলো। খুজি নলে কিবা সন্দেহ কৰিব বুলি ভয় কৰিছিলো। কিন্তু জীৱেশ্বৰ বৰাৰ এখনো ফটো আত নাছিল। গতিকে বেলেগ কায়দা কৰিব লগা হ'ল। সুৰেন ডেকাই কৰবাৰ পৰা ফটো তুলি ভুলি হঠাৎ ওলোৱাহিব মনে পদ্মৰ ঘৰত উপস্থিত হৈ নানান চলাহি কৰাবে কুচুলাই, বুঢ়াৰ আৰু ধনীৰামৰ দুটা স্নেপ ললে। তেতিয়াও তেওঁলোকে আমাক সন্দেহ কৰা যেন নোলাগিল। কিন্তু ধনীৰামৰ ফটোখন কিয় ললো ? সঁচা কথা কবলৈ হলে ইয়াৰ কুনুডৰ মোৰ নাই। হাফপেণ্ট পিন্ধা মানুহজনোৱে মগজু খেলি-মেলি লগাই থৈছিল। ধনীৰামেই সেইজন মানুহ বুলি

প্ৰমাণ কৰিবলৈ বৰ টান হৈছিল, তাৰ মুখ আৰি দেখা নাছিলো। তথাপি জীৱেশ্বৰ বৰাক সন্দেহ কৰিছিলো যেতিয়া তেওঁৰে বাহনি হৈ থকা মানুহটোকনো সন্দেহ নকৰো কিয়। সেই ভাবি, কেতিয়াবা কেতিয়াবা কামত আহিব বুলি তাৰো ফটো এখন লবলৈ মই ভেকাক কৈছিলো। আকস্মিক ভাৱে কিন্তু সেইখন ফটোৱে মোক বহুত সহায় কৰিলে, এক লেখীয়া সেইখনেই মোক খৰখেদাকৈ উলটি আহিবলৈ বাধ্য কৰিলে।

"ইতিমধ্যে ৰাজীৱলোচনক খবৰ দিব পৰা নগ'ল কাৰণে আমি সময় পালো। তেওঁ কলিকতাত নাছিল, দক্ষিণ ভাৰতৰ পিনে ফুৰিবলৈ গৈছিল, তেওঁৰ হোটেলৰ পৰা টেলিগ্ৰাম কৰি খবৰ দিবলৈ যত্ন কৰা হৈছিল। এই সুযোগতে, ৰাজীৱলোচন ঘুৰি আহে মানে, মই উজনি অসমলৈ যাত্ৰা কৰিলো। মোৰ উদ্দেশ্য আছিল বীৰেশ্বৰ বৰাৰ অতীত সম্পৰ্কে অলপ খাটি চোৱা যাতে তেওঁৰ পূৰ্ব্ব শত্ৰু কোনোবা থাকিলে বিচাৰি উলিয়াব আৰু অনুসন্ধান কৰি চাব পাৰো। কাৰণ তেতিয়ালৈকে জীৱেশ্বৰ বৰা মাত্ৰ সন্দেহৰ পাত্ৰহে, তেওঁৰ বিৰুদ্ধে মোৰ হাতত কোনো প্ৰমাণ নাছিল। বীৰেশ্বৰ বৰাই চলোৱা হাবিতলীয়া খুনীয়া চাহ বাগিচা উদ্দিলা গুলালোটৈ, তিনিচুকীয়াৰ পৰা কুৰি মাইলমান দূৰত। সেই অঞ্চলত বীৰেশ্বৰ বৰাৰ বহুত বদনাম। কেৱল চৰিত্ৰহীনতাৰ অভিযোগ, বাগিচাৰ বনুৱা জোৱালীৰ ওপৰত অত্যাচাৰ চলাই প্ৰাণৰ ভয়ত তেওঁ বাগিচা বিক্ৰী কৰি পলাই আহিবলৈ বাধ্য হৈছিল। ওচৰৰে এখন গাৱঁত বংশী শইকীয়া নামৰ বুঢ়া মানুহ এজনৰ পৰাও বহুত খবৰ, বৰ লাগতীয়াল খবৰ পালো। বংশী শইকীয়াই বীৰেশ্বৰ বৰাক বাগিচা গঢ়ি তোলাত সহায় কৰিছিল। বীৰেশ্বৰ বৰাই শইকীয়াৰ দেখনিয়াৰ জীয়েক ৰত্নাক পলুৱাই নি বঙ্গালত ৰাখি তাৰ 'প্ৰতিদান' দিলে। সন্তানসম্ভৱা হৈ ৰত্না ঘৰলৈ উভতি গ'ল। ম'বা এটা কথা দি অলপ ভাবন

হওঁতে বস্তা আকৌ ক'ৰবালৈ পলাল। কলৈ গ'ল কোনেও কব নোৱাৰিলে, এতিয়াও নোৱাৰে। ল'ৰাটো ডাঙৰ হৈ গুণ্ডা হ'ল, ডকাইতি কৰি পুলিচৰ হাতত পৰিবলৈ ধৰিলে। তাৰ পিচত এবাৰ পুলিচৰ হাতৰ পৰা নদীত জপিয়াই পৰি পলাল। তাৰ নাম মাকে থৈছিল নিধি। মোৰ হাতত ফটোবোৰ আছিল। সেই-বোৰ কথাই কথাই উলিয়াই দেখুৱাত বংশী শইকীয়াই এক প্ৰকাৰ চিঞৰিয়েই কলে যে ধনীৰামৰ ফটোখনেই নিধিৰ ফটো।-

"আৰু ক'ত ৰক্ষা! মই তেতিয়াই গুৱাহাটীলৈ উলটি আহিলো। নিধিৰ নিচিনা সাংঘাটিক আততায়ী এটা জীৱেশ্বৰৰ লগ লাগিছে যেতিয়া পদ্মৰ হত্যাৰ লগত জীৱেশ্বৰ আৰু নিধি বা ধনীৰামৰ কিবা সম্পৰ্ক থাকিবই লাগিব। ইফালে ৰাজীৱলোচন যদি আহি পাইছে তেওঁক বা কোন মুহূৰ্ত্তত ইহঁতে হত্যা কৰে তাৰ ঠিক নাই, এই ভয়ত ওৰে বাটে মোৰ বুকু কঁপি আছিল। মোৰ অনুমান মিছাও নহয়।

"হত্যাকাৰী হলে জীৱেশ্বৰ বৰা আৰু ধনীৰামৰ মনত আত্ম-বিশ্বাস বেছি কৰি তুলিবলৈকে মই মদন বৰুৱা আৰু কালবিয়াক গ্ৰেপ্তাৰ কৰিবলৈ কৈ গৈছিলো আৰু খবৰ কাগজত প্ৰচাৰো কৰিবলৈ কৈ গৈছিলো; তেতিয়াহে হত্যাকাৰীয়ে নিৰ্ভয়ে কাম কৰি যাব পাৰিব।"

"ৰায়নে উশাহ লবলৈ অলপ বোৱাত অ'-চিয়ে কলে, "মদন বৰুৱা আৰু কালবিয়াক আমি গ্ৰেপ্তাৰ কৰিছিলো, বাতৰি কাকতত্তো খবৰটো ওলাইছিল, পিচে তেওঁলোকক প্ৰায় লগে লগেই জামিনত এৰি দিয়া হয়।"

পানী এগিলাচ একে সোহাই খাই ৰায়নে কলে, "তেওঁলোকক আমি ধৰি ৰখাৰ আৰু আৱশ্যকো নাই। কাৰণ আচল হত্যাকাৰীক ধৰিবৰ কাৰণেহে আমি তেওঁলোকৰ ওপৰত চাৰ্জ দিছিলো। এতিয়া তেওঁলোকৰ কেছটো কিবা উপায়েৰে মিটমাট কৰিব লাগিব।"

বিনোদ ফুকনে কলে, "সেইটো একো ডাঙৰ কথা নহয়।"

বায়নে কলে, "কালি গধূলি আহিয়েই জীৱেশ্বৰ বৰা সম্পৰ্কে বার্ম্মাৰ টেলিগ্ৰামখন পাই সন্দেহ দৃঢ় হ'ল: মানুহটো দুষ্ট বুলি কনফাৰ্ম্ম কৰিলো। কিন্তু যেতিয়াই শুনিলো যে ৰাজীৱলোচন আহিল আৰু নিজৰ ঘৰতে, পাপীষ্ঠ দুটাৰ লগতে, আছেহি, তেতিয়াই মোৰ বুকু কঁপি উঠিল। সিহঁতে তেওঁকো যে সিফলীয়া কৰিবলৈ যত্ন কৰিব সেইটো মোৰ মনত তেতিয়া দৃঢ় বিশ্বাস হৈছিল। গতিকে তেতিয়াই সুৰেনক লৈ মটৰ চাইকেল দৌৰালো। আৰু অলপ পলম হোৱা হলেই ৰাজীৱলোচনৰ মৃত্যু হ'লহেঁতেন।"

বায়ন ৰ'ল।

এছ-পিয়ে কলে, "চিভিল ছাৰ্জ্জনে কৈছে, ৰাজীৱলোচন এতিয়া আউট অব্ ডেঞ্জাৰ-ভাল হবলৈ সময় লাগিব, কিন্তু ভাল হব।"

বায়নে কলে, "তেওঁৰ মৃত্যু হোৱা হলে আমাৰ ইমান চেষ্টাৰ ফল আধাখিনিয়েই মাটি হৈ প'লহেঁতেন ছাৰ। অ' আৰু এটা কথা: আজি বাতিপুৱা নন্দ শৰ্ম্মা উকীলে ফোন কৰি মোক জনালে যে বীৰেশ্বৰ বৰাৰ উইলত পুতেকহঁতৰ অবিহনে সম্পত্তি জীৱেশ্বৰ বৰাৰ নিচিনা নিকটতম সম্বন্ধীয় মানুহে ভোগ কৰিবলৈ পাব। আজি হত্যাকাৰী ধৰা পৰাৰ চাঞ্চল্যকৰ বাতৰি পঢ়ি বোলে উকীলজনৰ মনোভাব সলনি হৈ গৈছে, এতিয়া বোলে মই উইলখন চাব পাৰো, সিদিনা ৰাতিৰ ঘটনাটোৰ বাবে বোলে তেওঁ দুঃখিত।"

সকলোৰে মুখত বিজয় আৰু তাচ্ছিল্য মিহলি হাঁহি বিৰিঙি উঠিল।

